কবি ৰাম সৰস্বতী বিৰচিত

# অশ্বকৰ্ণ বধ

সম্পাদক

ডক্টৰ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

ডিব্ৰুগড় বিশ্ববিদ্যালয়

বৰুৱা এজেঞ্চি

গুৱাহাটী—১

ASVAKARNA BADH : Composed by Kavi Rama Saraswati and edited by Dr. Satyendranarayan Goswami, Dibrugarh University with an exhaustive introduction & anntosations etc. and published by Sri Badan Chandra Barua, M. Sc, LL. B., Barua Agency, Gauhati-1.

প্ৰথম প্ৰকাশ
ছেপ্তেম্বৰ, ১৯৭৪

প্ৰকাশক
শ্ৰীবদন চন্দ্ৰ বৰুৱা
বৰুৱা এজেঞ্চি
গুৱাহাটী-১

মুদ্ৰক
শ্ৰীসৰস্বতী প্ৰেছ
গুৱাহাটী-১

মূল্য : চাবি টকা

## আগ কথা

কবি ৰাম সৰস্বতী বিৰচিত বধকাব্যৰ অন্তৰ্গত 'অশ্বকৰ্ণ বধ' কাব্যখনি ডিব্ৰুগড় বিশ্ববিদ্যালয়ে স্নাতক শ্ৰেণীৰ পাঠ্যতালিকা ভুক্ত কৰিছে। এই পুথিখনৰ কোনো সুলভ সংস্কৰণ নথকাত ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনলৈ চকু ৰাখি পুথিখন যথাসাধ্যে পাঠ মিলাই কঠিন শব্দৰ অৰ্থ ব্যাখ্যা আদি দি প্ৰকাশ কৰিবলৈ মানস কৰিলোঁ। মূল পাঠৰ লগত এখন দীঘলীয়া ভূমিকাও দিয়া হ'ল। তাত ৰাম সৰস্বতীৰ পৰিচয়, তেওঁৰ সাহিত্যৰাজি বধকাব্য কাব্যিক সৌন্দৰ্য্য আদিৰ বিষয়েও কিছু কথাৰ অৱতাৰণা কৰা হৈছে। ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনীয় দিশটোলৈ লক্ষ্য ৰাখিহে পুথিখনি সম্পাদনা কৰা হ'ল। ৰেফযুক্ত দ্বিত্ব ব্যঞ্জনৰ ঠাইত একক ব্যঞ্জন কৰাৰ বাহিৰে আন সকলো বানান আৰু কাব্যৰ ভাষা একেদৰে ৰখা হৈছে।

আমাৰ প্ৰিয়বন্ধু শ্ৰীবদন চন্দ্ৰ বৰুৱা এম-এছ-চি, এল-এল-বি-দেৱে নিজে আগভাগ লৈ পুথিখনি প্ৰকাশৰ দায়িত্ব লোৱা বাবে তেখেতৰ লগতে বৰুৱা এজেঞ্চিৰ উদ্যোগী কৰ্মকৰ্তাসকলৰ শলাগ লৈছোঁ।

যিসকলৰ উদ্দেশ্যে এই পুথিখনি সম্পাদনা কৰা হ'ল সিসকলৰ মাজত পুথিখনিয়ে সমাদৰ লাভ কৰিলে শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

ডিব্ৰুগড়, চৌকিদিঙ্গি

শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী

# ভূমিকা

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সমসাময়িক যিসকল বৈষ্ণৱ প্ৰাণ কবিয়ে সাহিত্যিক অৱিহণাৰে অসমীয়া সাহিত্য সমৃদ্ধিশালী কৰি গৈছে সিসকলৰ ভিতৰত অনন্তকন্দলী আৰু ৰাম সৰস্বতীৰ নাম পোনতে আমাৰ মনলৈ আহে। ৰাম সৰস্বতীয়ে শঙ্কৰ পুৰুষ প্ৰমুখ্যে প্ৰাচীন কবি সকলৰ ভিতৰত আটাইতকৈ অধিক সংখ্যক পদ ৰচনা কৰি গৈছে। সেই বিপুল ৰচনাৰাজিৰ যোগেদি তেওঁ অসমীয়া সমাজত ধৰ্মৰ বাণী, শিক্ষাৰ নীতি আৰু আদৰ্শ প্ৰচাৰতো বহু ইন্ধন যোগাই গৈছে। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভাষাত ৰাম সৰস্বতী অপূৰ্ব সাহিত্য ৰচয়িতা অগ্ৰণী বৈষ্ণৱ কবি। বহুতে আকৌ তেওঁক 'অসমীয়া ব্যাস' বুলিও কব খোজে। মহাৰাজ নৰ নাৰায়ণৰ পৃষ্ঠপোষকতাত তেওঁ সংস্কৃত মহাভাৰত অসমীয়ালৈ অনুবাদ কৰি গৈছে আৰু বনপৰ্বৰ অন্তৰ্গত মনোৰম আখ্যান কিছুমানৰ আলম লৈ একশ্ৰেণী জনপ্ৰিয় কাব্যৰচনা কৰি অসমীয়া সমাজত অক্ষয় কীৰ্তি ৰাখি যাব পাৰিছে।

**কৱি পৰিচয় ঃ** মহাভাৰত পদত অনুবাদ কৰোঁতে কবিয়ে যি দুই-এষাৰ আত্মপৰিচয় সূচক কথাৰ অৱতাৰণা কৰি গৈছে তাৰ পৰাই ৰাম সৰস্বতীৰ ব্যক্তিগত জীৱন সম্পৰ্কে কিছু কথা জানিব পাৰি ; তাতকৈ অধিক কথা জনাৰ আন কোনো উপায় নাই। কামৰূপ জিলাৰ হাজোৰ ওচৰৰ পচৰীয়া (বৰ্তমান দলিবাৰী পচৰীয়া) গাৱঁৰ বৈষ্ণৱ প্ৰাণ ব্ৰাহ্মণ পণ্ডিত ভীম সেন চুড়ামনিৰ তেওঁ আছিল দ্বিতীয় তথা কনিষ্ঠ পুত্ৰ। তেওঁৰ পিতৃদত্ত নাম অনিৰুদ্ধ আৰু জ্যেষ্ঠ ভাইৰ নাম আছিল কবিচন্দ্ৰ।

—"জ্যেষ্ঠ ভৈলা কবিচন্দ্ৰ আতি শুদ্ধমতি।<br>
তাহান অনুজ ভৈলা ৰাম সৰস্বতী॥"

(ভীষ্মপৰ্ব)

মুকুন্দদেৱ আছিল কবিৰ গুৰু। ‘প্ৰণামো মুকুন্দদেৱ মোৰ নিজ গুৰু’ বুলি গুৰুৰ প্ৰতি কবিয়ে গভীৰ শ্ৰদ্ধা প্ৰদৰ্শন কৰি গৈছে। সেইদৰে ‘জ্ঞান চক্ষু দিলাহা সোদৰ ৰূপ ধৰি’ বুলিও তেওঁ জ্যেষ্ঠ ভ্ৰাতৃৰ ওচৰত শিক্ষা লাভ কৰা কথাও শ্ৰদ্ধাৰে স্মৰণ কৰি গৈছে। পিতাক ভীমসেন দ্বিজৰ দৰে তেৱোঁ নৰ নাৰায়ণ নৃপতিৰ শুভ দৃষ্টি লাভ কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ আন এটা কাৰণ তেওঁৰ সংস্কৃত শাস্ত্ৰজ্ঞান আৰু পাণ্ডিত্য। গুৰুৰ পৰা একাধিক উপাধি লাভ কৰি সন্মান অৰ্জন কৰা কথাও তেওঁ ‘বিজয় পৰ্বত’ গৌৰৱেৰে ঘোষণা কৰি গৈছে।

“প্ৰণামো মুকুন্দ দেৱৰ চৰণে
গুণে নাহি সমসৰ।
আমাক ভাৰত চন্দ্ৰ নাম দিলা
কবিচন্দ্ৰ নাম আৰ॥”

অনিৰুদ্ধৰ পাণ্ডিত্যত মুগ্ধ হৈ নৰ নাৰায়ণ ৰজাই তেওঁক ৰাম সৰস্বতী উপাধি প্ৰদান কৰিছিল। কবিয়ে আত্মপৰিচয় সূচক বৰ্ণনাত ‘ৰাম সৰস্বতী নাম নৃপতি দিলন্ত’ বুলি নিজেই উল্লেখ কৰি গৈছে। তদুপৰি ৰজাৰ আদেশ আৰু কৃপানুগ্ৰহতে মহাভাৰতৰ অনুবাদ কাৰ্য্যত তেওঁ একানপতীয়াভাৱে লাগিছিল। সেই কথা ‘কুলাচল বধ’ কাব্যৰ শেষত নিজেই এইদৰে কৈছে—

“আমাৰে আনিয়া আজ্ঞা কৰিলন্ত
পদ কৰা ভাৰতৰ॥
তাহাৰ আজ্ঞাত বিৰচিলো আমি
চৌৱিশ হাজাৰ পদ।
মূল শ্লোক আৰ ত্ৰিংশ যে হাজাৰ
ব্যাসৰ মুখ নিবন্ধ॥”

ৰজাই কবিক মহাভাৰত অনুবাদ কৰিবলৈ আজ্ঞা প্ৰদান কৰিয়ে ক্ষান্ত থকা নাছিল—মূল সংস্কৃত পুথিৰ উপৰিও নানা টীকা যুক্ত মহাভাৰতৰ বহু পুথি



আদিও দি কবিক এই কাৰ্য্যত সহায় কৰিছিল। আদি বনপৰ্বত কবিয়ে সেই কথাও শ্ৰদ্ধাৰে স্মৰণ কৰি গৈছে।—

“আমাৰ গৃহত আছে ভাষ্য টীকা কত।
নিয়োক আপোন গৃহে দিলোহো সমস্ত॥
এহি বুলি ৰাজা পাছে বলধি যোৰাই।
পঠাইলা পুস্তক সৱে আমাসাৰ ঠাই॥”

ৰাম সৰস্বতীৰ ৰচনাৰাজি ভালদৰে বিচাৰ বিশ্লেষণ কৰি চালে দেখা যায় যে কবিয়ে ভনিতাত বেলেগ বেলেগ নামৰ উল্লেখ কৰি গৈছে। তাৰপৰা কবিৰ ৰচনাৰ ক্ৰম আৰু কাল নিৰ্ণয়ত কিছু সহায় পোৱা যায়। ‘আদিপৰ্ব’ৰ ভণিতাত ‘দ্বিজ অনিৰুদ্ধ’, ‘বনপৰ্ব’ ‘বধকাব্য’ৰ ভণিতাত ‘ৰাম সৰস্বতী’, বধ-কাব্যৰ অন্তৰ্গত ‘অশ্বকৰ্ণৰ যুদ্ধ’ৰ ভণিতাত ‘ভাৰতচন্দ্ৰ’ৰ উল্লেখ পোৱা যায়। বনপৰ্বত কবিয়ে ৰজা নৰনাৰায়নৰ (১৫৪০—১৫৮০) গুণ গাইছে—বধ কাব্যবো সৰহখিনি এওঁৰ দিনতে ৰচনা কৰে। চিলাৰায় বা শুক্লধ্বজৰ পুত্ৰ কামৰূপৰ ৰজা পৰীক্ষিতৰ ৰাজধানী বিজয়নগৰত থকা কালত বনপৰ্ব অনুবাদ কৰে। পৰীক্ষিত নাৰায়ণ আৰু ধৰ্ম নাৰায়ণৰ সভাকবি ৰূপে থকা কালত তেওঁ ভীষ্ম পৰ্ব, বিৰাট পৰ্ব, উদ্যোগ পৰ্ব অনুবাদ কৰে। সুন্দৰ নাৰায়ণৰ কালত তেওঁ শান্তি পৰ্বৰ অন্তৰ্গত সাবিত্ৰী উপাখ্যান ৰচনা কৰে। এইদৰে কবিয়ে নৰ নাৰায়ণৰ দিনৰে পৰা সুন্দৰ নাৰায়নৰ দিনলৈকে অৰ্থাৎ খ্ৰীষ্টীয় সপ্তদশ শতিকাৰ চতুৰ্থ দশকলৈকে জীৱন ভোগ কৰি কাব্য চৰ্চা কৰি গৈছে।

**ৰচনাৱলী ঃ** ৰাম সৰস্বতীৰ ৰচনাৱলী ঘাইকৈ দুইশ্ৰেণীৰ মহাভাৰতৰ অনুবাদ আৰু প্ৰাচীন পুৰাণ আদিৰ আখ্যানমূলক কাব্য। কবিয়ে মহাভাৰতৰ আদি-সভা-বন-বিৰাট-উদ্যোগ-ভীষ্ম-দ্ৰোণ-কৰ্ন-গদা আৰু শান্তি এই দহটা পৰ্ব মূল মহাভাৰতৰপৰা অনুবাদ কৰে। ইয়াৰে কেইটামান পৰ্বৰ অনুবাদত পুতেক গোপীনাথ পাঠক আৰু কংসাৰি কবিৰ পৰাও তেওঁ যথেষ্ট সহায়

পাইছিল। সংস্কৃত মহাভাৰতৰপৰা অনুবাদ কৰিলেও কবিয়ে সমসাময়িক নিৰক্ষৰী বা স্বল্পাক্ষৰী জনসাধাৰণলৈ লক্ষ্য ৰাখি স্বকল্পিত কথাৰে মূলৰ লগত নানান ৰহন সানিবলৈ প্ৰয়াস পাইছিল। অনাহাতে বধকাব্য সমূহ মহাভাৰতৰ চৰিত্ৰৰ অৱলম্বনত ৰচিত ; কিন্তু তাৰ ঘটনাৱলী মহাভাৰতত নাই— কবিয়ে নিজেও 'হংস-কাকী সংহিতা যামল মিশ্ৰ কৰি' এইবোৰ ৰচনা কৰা বুলি কৈ গৈছে।

মহাভাৰতৰ অনুবাদ কৰিবলৈ গৈ কবিয়ে বহু ঠাইত মূলৰ পৰা আঁতৰি আহিছে যদিও জটিল তত্ত্বপূৰ্ণ কথাবোৰ অতি সৰল ভাষাৰে বৰ্ণনা কৰিছে। তেওঁৰ ৰচনাত ভাবৰ গাম্ভীৰ্য্য নাই, আছে সহজ ভাষাৰ দীঘলীয়া মনোগ্ৰাহী বৰ্ণনা। আখ্যান বোৰৰ বৰ্ণনা লোকৰঞ্জক কৰিবলৈকে কবিয়ে পৰিচিত চৰিত্ৰ সমূহ ঘটনাবহুল কৰিবলৈ চেষ্টা কৰিছে। তদুপৰি ঘটনাৰ পৰিবেশ সৃষ্টিত কবিয়ে তেওঁৰ সমাজখনৰ কথা সততে মনত ৰাখিছিল। পাণ্ডৱ সকলৰ বিপদ-বিঘিনিৰ অন্ত নাই, বনত থকা কালত দৈত্য-অসুৰৰ লগত ঘনাই যুদ্ধ বিগ্ৰহ লাগে আৰু নানা শাৰীৰিক ক্লেশ আৰু মানসিক কষ্টৰ মাজেদি কৃষ্ণৰ কৃপানুগ্ৰহত সিসকলক বধ কৰি বিপদমুক্ত হয়। দুৰ্ঘোৰ বিপদতো পাণ্ডৱ সকল ধৰ্মৰ পৰা বিচলিত নহয়, বিপদতাৰণ শ্ৰীকৃষ্ণৰ ধ্যান ধাৰণাই তেওঁলোকৰ একমাত্ৰ অৱলম্বন। কবি ৰাম সৰস্বতীৰ নিজৰো অভিপ্ৰায় আছিল মহাভাৰতৰ জৰিয়তে কৃষ্ণ মাহাত্ম্য প্ৰকাশ কৰা, বৈষ্ণৱ ধৰ্মৰ দুৰূহ কথাবোৰ সহজ ভাষাৰে ৰাইজৰ মাজত প্ৰচাৰ কৰা। সেই উদ্দেশ্য পূৰণত কবিয়ে সফলতা অৰ্জন কৰিছে।

**বধকাব্য ঃ** কবি ৰাম সৰস্বতীয়ে ৰচনা কৰা বধকাব্য কেইখনৰ ভিতৰত পৰে বঘাসুৰ বধ, খটাসুৰ বধ, জঙ্ঘাসুৰ বধ, কালকুঞ্জ বধ, অশ্বকৰ্ণ বধ, মহিষদানৱ বা ভোজকুট বধ, জটাসুৰ বধ আদি। ডক্টৰ বাণীকান্ত কাকতিয়ে এই বধকাব্য সমূহক আজিকালিৰ গল্প-উপন্যাসৰ সমপৰ্য্যায়ৰ ৰচনা বুলি মন্তব্য দি গৈছে ; তেখেতে য়ুৰোপৰ মধ্যযুগৰ ৰোমান্স কাব্যৰ লগতো এই বধকাব্য



সমূহ তুলনা কৰিবলৈ প্ৰয়াস কৰিছে। বধকাব্য সমূহ মহাভাৰতৰ বনপৰ্বৰ অন্তৰ্গত ; কিন্তু ইয়াৰ আখ্যানবোৰ নানা পুৰাণ, ভাগৱত, যামল সংহিতা আদিৰপৰা কবিয়ে আহৰণ কৰিছে। 'বঘাসুৰ বধ'ত কবিয়ে সেই কথা এইদৰে কৈ গৈছে—

"সংহিতা যামল পুৰাণ মিশ্ৰিত
হংসকাকী ঠাই ঠাই।
ভাগৱত আদি আনো যত মান
ইহাত নাহিকা নাই॥"

পিচে, কবিয়ে উল্লেখ কৰা সেই মূল গ্ৰন্থ সমূহ দুষ্প্ৰাপ্য হৈ পৰা বাবে অথবা যিবোৰ পোৱা যায় তাতো এই আখ্যানবোৰ নোপোৱা বাবে পণ্ডিত সকলে এইবোৰক বনপৰ্বৰ আশ্ৰয়ত কবিৰ স্বকল্পিত কাহিনী বুলি কব খোজে। জন সমাজৰ মন জয় কৰিবলৈকে মূল আখ্যানৰ লগত লৌকিক কিম্বদন্তী, লৌকিক বিশ্বাস আদিৰ প্ৰয়োগ কৰা হৈছে আৰু তাৰ ফলস্বৰূপে বধকাব্য ৰাজি সজীৱ আৰু হৃদয়স্পৰ্শী হৈ পৰাটো বিশেষ মনকৰিবলগীয়া কথা। বাঘমুখীয়া বঘাসুৰৰ পৰাক্ৰম আৰু ভীমৰ হাতত-তেওঁৰ মৃত্যুৱেই হ'ল 'বঘাসুৰ বধ'ৰ মূল কথা। খটাসুৰৰ হাতত পঞ্চ পাণ্ডৱৰ পতন হোৱাৰ পাছত দ্ৰৌপদীৰ কংকনৰ আঘাতত খটাসুৰৰ মৃত্যু আৰু পঞ্চপাণ্ডৱৰ পুনৰ্জীৱন লাভ 'খটাসুৰ বধ'ৰ আচল কথা। অত্যাচাৰী জংঘাসুৰে শিৱৰ প্ৰসাদত পৰাক্ৰমী হৈ উঠে আৰু ভীমক বন্দী কৰে। ভক্তৰ প্ৰাৰ্থনাক্ৰমে শ্ৰীকৃষ্ণই গৰুড়ক পঠাই ভীমক অসুৰৰ হাতৰ পৰা উদ্ধাৰ কৰে আৰু জংঘাসুৰে মহাদেৱৰ হাতত মৃত্যু-বৰণ কৰে। এয়ে হ'ল জংঘাসুৰ বধ'ৰ মূল কাহিনী। ধুম্ৰাক্ষ অসুৰেই কুলাচল, অগস্তি ঋষিৰ যজ্ঞৰ সম্ভাৰ ছাগলীৰ ৰূপ লৈ অপবিত্ৰ কৰা বাবে ঋষিয়ে অভিশাপ দিয়ে আৰু তেতিয়াৰে পৰা ধুম্ৰাক্ষ অসুৰ কুলাচল ৰূপে পৰিচিত হৈ পৰে। কুলাচল অতি অত্যাচাৰী হৈ উঠে আৰু পঞ্চপাণ্ডৱৰ লগত যুদ্ধ কৰি জয়লাভ কৰে, কিন্তু শ্ৰীকৃষ্ণৰ হাতত নিহত হয়। কুলাচল বধৰ বিষয়বস্তু

ইমানেই। ভীম-অৰ্জুনৰ হাতত পাতাল পুৰীত থকা অসুৰাধিপতি অশ্বকৰ্ণক বধ কৰি হেমাসুন্দৰীক উদ্ধাৰ কৰা কথাই হ'ল 'অশ্বকৰ্ণ বধ'ৰ বিষয়বস্তু। মহিষাকৃতি দানৱে ভীমক গিলি পেলোৱাত অৰ্জুনে সেই দানৱক বধ কৰি ভীমক উদ্ধাৰ কৰা কাৰ্য্যই হ'ল 'মহিষ দানৱ বধ' বা 'ভোজকুট-বধ'ৰ মূল ঘটনা। 'জটাসুৰ বধ'ৰো একে নামৰ অত্যাচাৰী অসুৰৰ নিপাতেই হ'ল মূল কথা।

বধকাব্য সমূহ অসমীয়া সাহিত্যত এক অনুপম সৃষ্টি, আৰু অসমীয়া মহাভাৰতৰো ই এটা বিশেষত্ব। এই কাব্য সমূহে অসমীয়া সামাজিক আৰু আধ্যাত্মিক জীৱনত বিশেষ প্ৰভাৱ বিস্তাৰ কৰি আহিছে। তদুপৰি এই পুথিবোৰে সৰ্বভাৰতীয় সংস্কৃতি আৰু আদৰ্শৰ লগতো আমাৰ সংযোগ ঘটুৱাইছে। ভক্তিধৰ্ম প্ৰচাৰ এই কাব্যৰ মূল উদ্দেশ্য। সেইয়ে বধকাব্যবোৰৰ আখ্যানৰ জৰিয়তে জগতত আসুৰিক শক্তি মষিমূৰ কৰি সাম্যভাৱৰ প্ৰৱৰ্তন আৰু ঐকান্তিক ভক্তিৰ বিজয় ঘোষণা কৰিবলৈ বৈষ্ণৱ কবিয়ে প্ৰয়াস কৰিছে। পাপ আৰু অধৰ্মক পৰাভৱ কৰি পবিত্ৰ ধৰ্মৰাজ্য সংস্থাপন এই কাব্যসমূহৰ উদ্দেশ্য। কৃষ্ণ মহিমা প্ৰকাশ, ভক্তৰ গৌৰৱ ঘোষণা, দুষ্টক দমন সন্তক পালন আদি আদৰ্শৰ দ্বাৰা জনসাধাৰণৰ মাজত বৈষ্ণৱ মতবাদৰ "একমেৱাদ্বিতীয়ম্" আদৰ্শ দাঙি ধৰাই হ'ল এই কাব্যৰ উদ্দেশ্য। বৈষ্ণৱ ধৰ্মৰ আদৰ্শকে বধকাব্যৰ প্ৰাণ বুলি কব পাৰি। সেইবাবে এই আখ্যানবোৰত পাপৰ প্ৰতীক দৈত্য দানৱাসুৰ আদিৰ হাতত বনচাৰী পঞ্চ-পাণ্ডৱৰ নানা দুখ-দুৰ্গতি হোৱা দেখিবলৈ পাওঁ। কিন্তু পঞ্চ-পাণ্ডৱে ন্যায় আৰু ধৰ্ম ভাৱত অবিচলিতভাৱে থাকি দানৱাসুৰৰ সেই প্ৰৱল বৈৰিতাকো হেলাৰঙে পৰাভূত কৰিবে পাৰিছে। ডক্টৰ কাকতিয়ে বধকাব্য সমূহক ৰূপক কাব্য আখ্যা দিয়াটো অতি তাৎপৰ্য্যপূৰ্ণ পুৰণি কাব্যত পাণ্ডৱৰ বনবাসত মানৱ-জীৱনৰ প্ৰতিবিম্বহে উপলব্ধি কৰিছে। অধৰ্মৰ প্ৰতীক দৈত্যাসুৰ আৰু ধৰ্মৰ প্ৰতীক পঞ্চপাণ্ডৱ সেই পঞ্চ-পাণ্ডৱৰ হাতত দৈত্যাসুৰৰ বিনাশ আচলতে ধৰ্মৰ প্ৰভাৱত অধৰ্মৰ



বিনাশ, আৰু সেই ধৰ্মও অখণ্ড প্ৰতাপী হৈ পৰিছে কৃষ্ণ তথা বিষ্ণুৰ আশ্ৰয়ত। আনকি ব্ৰহ্মা, শিৱ আদি দেৱতা সকলৰ ভিতৰত কৃষ্ণ অৰ্থাৎ বিষ্ণু যে শ্ৰেষ্ঠ সেই কথাও কাব্যৰাজিত প্ৰতীয়মান হৈছে। হৰিভক্তি অপৰাজেয়—সেই কথাই কাব্য সমূহত প্ৰকাশ পাইছে। ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ লগত সুৰ মিলাই বধকাব্যৰ বিশেষত্বসমূহ এইদৰে থুলমূলভাৱে দেখুৱাব পাৰি—"প্ৰকাশভঙ্গীৰ সৰলতা, বীৰ-অদ্ভুত-ৰৌদ্ৰ-ৰসাত্মক বৰ্ণনাৰ প্ৰাধান্য, যুদ্ধৰ পুংখানুপুংখ বিৱৰণ, ভক্ত সমাজৰ প্ৰতিনিধি স্বৰূপ পাণ্ডৱৰ কৃষ্ণৰ সহায়ত সেহান্তৰত বিজয় প্ৰাপ্তি আৰু গল্পৰ ছলেৰে নৈতিক আদৰ্শ প্ৰচাৰ।"

**কাব্যিক সৌন্দৰ্য্য ঃ** বধকাব্য সমূহ কৌতুহলপূৰ্ণ ঘটনাৰ লগতে সাহিত্যিক গুণৰাজিৰেও সমৃদ্ধ। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে সেইবাবেই বধকাব্যৰাজিক একেধাৰে ধৰ্মগ্ৰন্থ, কাব্য, উপন্যাস, গীত আৰু নাটক আখ্যা দিছে। 'ভক্তিৰসত মিহলি হৈ মধুদধি যেন কাব্যস্বাদ অতিশয় মিলিছে। সেইবাবেহে নিৰক্ষৰ জন সমাজত জনপ্ৰিয় গীতৰ দৰে এইবোৰ সুপ্ৰচলিত হৈ আহিছে। সৰল গ্ৰাম্য সমাজৰ চিত্ত জয় কৰিবলৈকে নানা প্ৰাকৃত, অতিপ্ৰাকৃত ঘটনাৰ সমাবেশ কৰি কবিয়ে কাহিনীবোৰ ৰসাল আৰু ৰোমাঞ্চকৰ কৰি তুলিছে। চৰিত্ৰবোৰৰ কথোপকথনেও নাটকীয় ৰূপ লোৱাতো মন কৰিব লগীয়া। অধৰ্মৰ পৰাভৱ আৰু সত্যৰ বিজয় ঘোষণা কৰি প্ৰায়বোৰ কাব্যৰে শুভ পৰিণতি ঘটোৱা হৈছে।

হাস্য-কৰুণ-ৰৌদ্ৰ আদি নানা ৰসৰ সমাবেশ কৰিলেও কবিয়ে বধকাব্যবোৰত বীৰ-আৰু ৰৌদ্ৰ ৰসক প্ৰাধান্য দিছে। এই প্ৰসঙ্গত ভীম আৰু অশ্বকৰ্ণৰ যুদ্ধৰ তলত উল্লেখ কৰা বৰ্ণনাটো মন কৰিব লগীয়া।

"বাঢ়িবে লাগিলা শূল বহলে দীঘলে।
নসহয় সিংহে জাম্প দিলা মহীতলে ॥
কম্পয় বিতল পুৰ তাহাৰ সন্ধানে।
বায়ু লাগি সমুদ্ৰত নৌকা ঘূৰে যেনে ॥

নিষ্কম্প অনন্ত ফণা হালি হালি যায় ।
দিগ্‌গজ সকলে শ্ৰমে ফোঙ্কাৰি চেঙ্কায় ॥
চৈধ্যয় ভুবন কম্পে থৰ থৰি কৰি ।
ব্ৰহ্মভুৱনত সবলোক গৈলা ভৰি ॥
উফাৰিবে লৈলা সাত সাগৰৰ জল ।
চমক লাগিল যত পৰ্বত সকল ॥
চন্দ্ৰ সূৰ্য্য বায়ু বহি দশদিগ পাল ।
নজানয় কেনে হেন মিলিল ঘঞ্চাল ॥”

ভীম আৰু কূৰ্মবলীৰ যুদ্ধতো একে ধৰণৰ বীৰত্ব ব্যঞ্জক বৰ্ণনাৰ মাজেদি বীৰ ৰস সৃষ্টি কৰা হৈছে । যেনে—

“প্ৰলয়ৰ বহ্নি যেন শকতি দুৰ্জয় ।
অযুত সূৰ্য্যৰ তেজ প্ৰকাশ কৰয় ॥
শৰৰ প্ৰতাপে সৰ্ব পৃথিবী লৰিলা ।
মন্দৰ গিৰিত যেন চমক লাগিলা ॥
সকল পৃথিবী নদী নদ ভয় ভৈলা ।
আকাশৰ তাৰাগণ খসিয়া পৰিলা ॥”

বীৰ ৰসৰ বৰ্ণনাত ঠায়ে ঠায়ে কবিয়ে যুদ্ধাদিৰ বিতং বৰ্ণনা দিছে । সেই বৰ্ণনাবোৰ যিমানে অতিৰঞ্জন নহ'ক সি পাঠক বা শ্ৰোতাৰ মনত অনুপম আনন্দহে প্ৰদান কৰে। অৰ্জুনৰ আৰু খটাসুৰৰ যুদ্ধৰ বৰ্ণনাৰ পৰা তলৰ কথাখিনি এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি ।

“অৰ্জুনে হানিলা এক শৰ বৰ টানে ।
অসুৰৰ শৰত পৰিলা সন্ধানে ॥
আৰোবাৰ আসি সিটো অসুৰ দুৰ্জয় ।
পৰ্বত-গোটেক ধৰি প্ৰহাৰ কৰয় ॥



পৰ্বত আসয় দেখিলেক বিদ্যমান ।
নৰ শৰ অৰ্জুনে কৰিলা খান খান ॥”

সেইদৰে অশ্বকৰ্ণৰ লগত ভীম-অৰ্জুনৰ যুদ্ধৰ বৰ্ণনাও এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি ।

“মাথাত উঠিয়া তোক প্ৰহাৰ কৰিলো ।
লাঠিৰ আঘাতে দাত চুলি নাথাকিল ॥
হেন শুনি ক্ৰোধে তাৰ কম্পে কলেবৰ ।
ভীমৰ মস্তকে কোব দিলা গুৰুতৰ ॥
হাত পাতি ধৰি বায়ুসুত মহাবলী ।
দিলেক প্ৰহাৰ তাৰ গাৰক আকলি ॥”

বধকাব্যবোৰত ঠায়ে ঠায়ে হাস্যৰসেও বিশেষ স্থান পাইছে ! হাস্যৰস সৃষ্টিৰ অন্তৰালত আছে গণচিত্ত জয় কৰি তাৰ জৰিয়তে শ্ৰোতাক বৈষ্ণৱ ভাৱাপন্ন কৰাৰ এটা উদ্দেশ্য। ভীম-জংঘাসুৰৰ মল্ল যুদ্ধৰ কথা এই প্ৰসঙ্গত মনত পেলাব পাৰি। 'কুলাচল বধ' কাব্যত অসুৰ সৈন্য উট, বলদ, গাধ, গাহৰি, এন্দুৰ, মেকুৰী আদিত উঠি আয়োজন কৰা সমৰ যাত্ৰাৰ বৰ্ণনাত হাস্য-ৰসৰ সৃষ্টি মন কৰিব লগীয়া। কাব্যত ঠায়ে ঠায়ে বৰ্ণনাৰ অতিৰঞ্জনো চকুত পৰে। কূৰ্মবলীৰ ৰাজপুৰীৰ বৰ্ণনাৰ কথা উল্লেখ কৰিব পাৰি—

“পশুপক্ষী যত সুৱৰ্ণৰ নিৰন্তৰ ॥
সুৱৰ্ণৰ তৰুলতা আছে যত ।
দেখয় সুবৰ্ণময় যতেক পৰ্বত ॥
সুবৰ্ণৰ বৃক্ষ সব সুবৰ্ণৰ ফল ।
সুবৰ্ণৰ পত্ৰ সব পৰম নিৰ্মল ॥”

অশ্বকৰ্ণ বধৰ শ্ৰীফলৰ বৰ্ণনাতো একে অতিৰঞ্জন প্ৰকাশ পাইছে ।

“এক এক ফল আছে হাতীৰ সমান ।
হল ফল কৰি লাগে দেখাতে সুধান ॥

তাৰ দুই গোট ফল ভূমিত পৰিল।
ফলৰ শব্দে জানা পৃথিৱী লৰিল॥"

দানৱাধিপতি অশ্বকর্ণৰ শৰীৰৰ বর্ণনাৰ কথাও প্রসঙ্গক্রমে উল্লেখ-কৰিব পাৰি।

প্রকৃতিৰ বর্ণনাত বিশেষকৈ গছ-গছনি, ফুল-সৰোবৰ, পক্ষী আদিৰ বর্ণনাত স্বাভাৱিকতা আৰু অলৌকিকতা আৰোপ কৰি কাব্য জীৱন্ত কৰি তুলিছে। তদুপৰি পয়াৰ ছন্দ, ত্রিপদী ছন্দ, দুলড়ী-ছবি আদিৰ যথাযথভাৱে প্রয়োগ কৰি কবিয়ে কাব্য অধিক ৰসাল কৰি তুলিছে। ঘটনাৰ কৰুণ পৰিণতিত বা বিলাপৰ বর্ণনাত লেছাৰী, আৰু যুদ্ধৰ বর্ণনাত ঠাই বুজি ঝুমুৰি ছন্দৰ প্রয়োগ আন এটা মনকৰিবলগীয়া কথা।

বধকাব্যবোৰ কবিৰ জ্ঞাত কিম্বা অজ্ঞাত ভাৱেই সমসাময়িক সমাজৰ বহু কথাই ভুমুকি মাৰিছে। জন-জীৱনৰ বিবিধ আশা-আকাঙ্ক্ষা, বিশ্বাস আৰু চিন্তাধাৰাই কাব্যত ঠাই পাইছে। গ্রাম্য-জীৱনৰ প্রবাদ-প্রৱচনেও কাব্যত ঠাই পাইছে—অৱশ্যে সেইবোৰৰ সমাৱেশত কাব্য বেছি সজীৱ আৰু মনোগ্রাহীহে হৈ পৰিছে। অশ্বকর্ণ বধৰপৰা তলৰ কথা কেইষাৰ সহজে উল্লেখ কৰিব পাৰি—

(১) গৰ গৰ কৰি মাতে পেট গোট খালী।
(২) ফাল্গুনৰ বায়ু যেন নাকৰ নিশ্বাস।
(৩) সর্পক দিৱয় দুগ্ধ ভালুকক কোৰ।
(৪) ফুলিল মন্দাৰ যেন বসন্ত কালিত।
(৫) কাৰ বা কুঁৱৰী, কাৰ বা বহাৰী, কাৰ বা হুয়াছে নাৰী।

জংঘাসুৰ বধৰপৰাও সেইদৰে উল্লেখ কৰিব পাৰি—

(১) উজানৰ মাছ যেন প্রহাৰ কৰিলা।
(২) পতঙ্গ আসিয়া অগণিত দেয় ঝাস।



মহাভাৰতৰ অনুবাদ কৰিবলৈ গৈ কবি ৰাম সৰস্বতীয়ে জনগণৰ চিত্ত জয় কৰি পাঠক বা শ্রোতাক বৈষ্ণৱ মুখী কৰিবৰ অভিপ্রায়েৰে সৃষ্টি কৰা বধকাব্য-সমূহ নিসন্দেহে নিৰক্ষৰ জনতাৰ বাবে আছিল অৱসৰ-বিনোদনৰ উপাদেয় পুথি। এইবোৰ প্রাচীন কালৰ ৰচনা সচাঁ, কিন্তু আজিও বধকাব্যসমূহ নতুন হৈয়ে ৰতি আছে।

**অশ্বকর্ণ বধ ঃ**—ৰাম সৰস্বতী বিৰচতি "অশ্বকর্ণ বধ" কাব্যৰ নায়ক দানৱ অধিপতি অশ্বকর্ণই পাতালপুৰীত ৰাজত্ব কৰিছিল। ভীম আৰু অর্জুনৰ লগত যুদ্ধ কৰি অশ্বকর্ণ পৰাজিত হয় আৰু সেই যুদ্ধতে অশ্বকর্ণৰ মৃত্যু হয়। কাব্যৰ ভণিতাত কবিয়ে 'ভাৰত-ভূষণ' অৰু 'ভাৰতচন্দ্র' বুলিহে আত্ম পৰিচয় দিছে। 'ভাৰত ভূষণ' কবি ৰাম সৰস্বতীৰে আন এটি নাম। 'ভাৰত ভূষণ' উপাধি মহাভাৰতৰ কবিৰ কবিত্ব আৰু জনপ্রিয়তাৰে পৰিচায়ক। তদুপৰি আন এটা মন কৰিব লগীয়া কথা হ'ল ভাৰত ভূষণ অর্থাৎ ৰাম সৰস্বতীৰএই কাব্যখনৰ নামটো—"জজ্ঘাসুৰ যুদ্ধ" "কুর্মবলীৰ যুদ্ধ"ৰ দৰে এইখনৰো নাম "অশ্বকর্ণৰ যুদ্ধ" ; কিন্তু ভীমার্জুনৰ লগত সংঘটিত হোৱা অশ্বকর্ণ দানৱৰ যুদ্ধৰ বর্ণনাতকৈ অশ্ব-কর্ণাসুৰৰ নিপাতৰ আয়োজনটোহে কাব্যত বিশেষভাৱে বর্ণনা কৰা হৈছে। হেমা সুন্দৰী অশ্বকর্ণৰ প্রাসাদত বন্দী জীৱন যাপন কৰি নানা কষ্ট আৰু মানসিক যন্ত্রণা ভোগ কৰি অতীষ্ঠ হৈ উঠিছিল। আনহাতে তাৰ পৰা মুক্তি লাভ কৰাও অসম্ভৱ হৈ পৰিছিল। সেইবাবে ভীম আৰু অর্জুনক হেমাই চল-চক্রান্ত কৰি পাতাললৈ নি শিৱ-পার্বতীৰ কৃপাত অশ্বকর্ণক তেওঁৰ অনুচৰ বৰ্গৰে সৈতে নিহত কৰে আৰু নিজেও অর্জুনক বিয়া কৰাবলৈ সক্ষম হয়। ভীম-অর্জুনৰ লগত অশ্বকর্ণৰ যুদ্ধৰ বর্ণনা তেনেই সংক্ষিপ্ত ; কিন্তু তেওঁৰ নিধন, আৰু অত্যাচাৰী অনুচৰ সকলৰ ধ্বংসৰ প্রস্তুতিৰ বর্ণনা বহু দীঘলীয়া আনকি তাৰ বাবে ভীম আৰু অর্জুন মহাদেৱ আৰু বৰাহ-বিষ্ণুৰো কাষ চাপিব লগীয়া হৈছিল। সেই কাৰণেই বোধহয় 'ভাৰত ভূষণ'ৰ "অশ্বকর্ণ যুদ্ধ"ক ডক্টৰ বাণী-কান্ত কাকতি, সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা, অধ্যক্ষ যজ্ঞেশ্বৰ শর্মা আদিয়ে

"অশ্বকৰ্ণ বধ" বুলিহে কৰলৈ প্ৰয়াস কৰিছে। প্ৰকৃতপক্ষে ই ৰামসৰস্বতী বিৰচিত 'বধ কাব্য'ৰ অন্তৰ্গত এখনি কাব্য।

'অশ্বকৰ্ণ বধ' কাব্যৰ মূল সম্পৰ্কে সঠিক উত্তৰ দিব নোৱাৰি। দৈত্য-দানৱৰ দ্বাৰা আক্ৰান্ত বনচাৰী পাণ্ডৱৰ আলম লৈ স্বকল্পিত কাহিনী আৰু ঘটনাৰ সমাবেশ কৰি এই কাব্য প্ৰনয়ণ কৰা হৈছে। কবিয়ে আনবোৰ বধ কাব্যৰ দৰে পুৰাণ-সংহিতাৰ পৰা কিছু কথা লোৱা বুলি অনুমান হয়। এই কাব্যৰ শেষত কবিয়ে নিজেই সেই কথাৰ ইঙ্গিত দি গৈছে—

"ভাৰত ভূষণ কবি বিৰচিলা পদ ছবি
এহিমানে ভৈলা সমাপতি।
শুনিয়োক সভাষদ অগাধ ভাৰত পদ
হংসকাকী যামল মিশ্ৰিত ॥"

**অশ্বকৰ্ণ বধৰ কাহিনী ঃ**—শিৱভক্ত উশীনৰ নৃপতি গুৰুৰ কৃপানুগ্ৰহত অতি পৰাক্ৰমী হৈ পৰিছিল। তেওঁৰ ৰাজপুৰী নিৰ্মাণ কৰিছিল স্বয়ং বিশ্বকৰ্মাই—

"দিব্য পুৰীখান পৰম সুঠান
ষাঠি প্ৰহৰৰ পথ।
চাক্ৰাকাৰ কৰি বিশ্বকৰ্মে তাক
দিলা যেন পুষ্প ৰথ ॥"

সেই উশীনৰ ৰজাৰ যোলজন পুত্ৰৰ মাজত অপেশ্বৰী গৰ্ভজাত সন্তান হেমা সুন্দৰী আছিল একমাত্ৰ কন্যা। হৰগৌৰীৰ আশীৰ্বাদত সেই কন্যাই চিৰ যৌৱন লাভ কৰে—'সৰ্বকালে যুৱা, হুয়া থাকিবেক, মোহোক দিলেক বৰ।' আকৌ পাতালৰ দৈত্যাধিপতি অশ্বকৰ্ণই শঙ্কৰক সন্তুষ্ট কৰি ত্ৰৈলোক্য বিজয়ী বৰ লাভ কৰিলে আৰু বিষ্ণুৰ নৰনাৰায়ণ অৱতাৰ ভিন্ন কাৰো হাতত তেওঁৰ মৃত্যু নহয় বুলিও বৰ পালে। তাৰ পাছৰে পৰা অশ্বকৰ্ণ অতি দাম্ভিক আৰু অত্যাচাৰী হৈ পাৰিল। অশ্বকৰ্ণই উশীনৰ ৰজাক বধ কৰি তেওঁৰ যোলজন পুতেকক অনুচৰৰূপে আৰু হেমাক নিজৰ কন্যা ৰূপে ৰাখিলে।



হেমাই কিন্তু মায়া বিদ্যাৰ বলত নানা দেশ ভ্ৰমণ কৰি ফুৰিছিল। এবাৰ বনবাসী ভীম আৰু অৰ্জুনে পানী বিচাৰি কুঁৱাৰ কাষ চাপোঁতে চল-চাতুৰী কৰি সেই মায়াৰ বলতে হেমাই দুয়োকে পাতাললৈ অশ্বকৰ্ণৰ ৰাজ্যলৈ হৰণ কৰি লৈ গ'ল। তাতহে ভীমাৰ্জুনৰ লগত হেমাৰ আচল পৰিচয় ঘটিল। হেমাৰ বন্দী জীৱনৰ কৰুণ কাহিনী শুনি তেওঁলোকে হেমাৰ প্ৰতি সহানুভূতি দেখুৱায় আৰু অশ্বকৰ্ণক মাৰি নিজৰ লগত হেমাকো অসুৰৰ কবলৰ পৰা মুক্ত কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। অশ্বকৰ্ণৰ লগত ভীম-অৰ্জুনৰ প্ৰচণ্ড যুদ্ধ হ'ল আৰু হেমাৰ সহায়ত বৰাহ-বিষ্ণুৰ পৰা অস্ত্ৰ শস্ত্ৰ লৈ দুই পাণ্ডু পুত্ৰই দানৱাধিপতি অশ্বকৰ্ণক বধ কৰিলে। হেমাৰ সহায়তে ভীম আৰু অৰ্জুনৰ শিৱৰ দৰ্শন লাভ কৰিবলৈ সম্ভৱ হ'ল। শিৱৰ আজ্ঞাক্ৰমে ভীমাৰ্জুন অশ্বকৰ্ণৰ পুত্ৰপ্ৰমুখ্যে ভালেমান অত্যাচাৰী দৈত্য দানৱক বধ কৰে আৰু হেমাসুন্দৰীক পত্নীৰূপে গ্ৰহণ কৰিবলৈ অৰ্জুনে সন্মতি দিলে।

হৰৰ বচন শুনিয়া নিশ্চয়
কুন্তী সুত মহাবলী।
হেমা সুন্দৰীক গ্ৰহণ কৰিয়া
চাহিলন্ত মুণ্ড তুলি ॥"

নানা চল-চাতুৰী কৰি ভীম-অৰ্জুনক পাতাললৈ নি হেমাই অশ্বকৰ্ণক বধ কৰাৰ উপৰিও শিৱৰ ওচৰলৈ তেওঁলোকক সাক্ষাত কৰোৱাৰ চলেৰে নি তৈওঁক বিয়া কৰাবলৈ অৰ্জুনক সন্মত কৰালে। এইয়ে কাব্যৰ থূলমূল কাহিনী।

**প্ৰধান চৰিত্ৰ ঃ**—"অশ্বকৰ্ণ বধ"ৰ কাহিনীৰ মাজেদি আমি হেমাসুন্দৰী, অশ্বকৰ্ণ, ভীম, অৰ্জুন আদি যি কেইটা চৰিত্ৰ পাওঁ তাৰ ভিতৰত **হেমাসুন্দৰীয়ে** অধিক সক্ৰিয়। ইন্দ্ৰসম নৃপতি উশীনৰৰ 'যোল পুত্ৰ মাজে জীউ মাত্ৰ' দুহিতা হেমা বুদ্ধিমতী, সুচতুৰা আৰু মায়াবিদ্যাত অতি পাৰদৰ্শিনী ছোৱালী। 'সৰ্বকালে যুৱা হুয়া' থকা হেমাৰ দৈহিক সৌন্দৰ্য্যও অতুলনীয়। হেমাৰ ৰূপত মুগ্ধ হৈয়ে হৰলা দানৱাধিপতি অশ্বকৰ্ণই নিষ্ঠুৰতাৰ কথাও পাহৰি গৈছিল আৰু

তেওঁক নিজৰ জীয়েকৰ দৰে ৰাখিবলৈ সংকোচ কৰা নাছিল। মায়া বিদ্যাত তেওঁ কিমান পটু আছিল বহলাই নকলেও হব! প্ৰশাৰীৰিক শক্তিৰ প্ৰতিমূৰ্তি-স্বৰূপ বৃকোদৰ ভীম আৰু সুদৰ্শন চক্ৰধাৰী কৃষ্ণসম বীৰৰ প্ৰতিমূৰ্তি স্বৰূপ ভাব-প্ৰৱণ অৰ্জুনক হেমাই অভূতপূৰ্ব মায়াৰ বলতে চল চাতুৰী কৰি ৰিতল-পুৰীলৈ নিব পৰিছিল। অকল তিমানেই নহয় অশ্বকৰ্ণৰ নিষ্ঠুৰতাৰ ব্যাখ্য দি বন্দীজীৱনৰ কৰুণ কাহিনীৰ কথা অতি মৰ্মস্পৰ্শী ভাষাৰে বৰ্ণনা কৰি অশ্বকৰ্ণ অসুৰক বধ কৰিবলৈ ভীমাৰ্জুনক উৎসাহিত কৰা কথাই মায়াবিনী হেমাৰ বাক চাতুৰ্য্য আৰু বিচক্ষণ বুদ্ধিৰ পৰিচয় দিয়ে। হেমাৰ আত্মপৰিচয় প্ৰদান, দুৰ্বাৰ ৰাক্ষস অশ্বকৰ্ণৰ বৰ্ণনা, অৰ্জুনৰ প্ৰতি বৰাহ-বিষ্ণুৰ গদাৰ সন্ধেদ দান আদিতো তেওঁৰ বাকপটুতাৰ পৰিচয় পোৱা যায়। তদুপৰি সাক্ষাত কৰোৱাৰ চলেৰে ভীমাৰ্জুনক শিৱৰ ওচৰলৈ নি তেওঁক গ্ৰহণ কৰিবলৈ অৰ্জুনৰ সন্মতি আদায় কৰাটোও হেমাৰ বিচক্ষণ বুদ্ধিৰে পৰিচায়ক। অৰ্জুনৰ প্ৰতি হেমা আগৰে পৰাই আকৃষ্ট হৈ পৰিছিল।

"কৰ যোৰ কৰি হেমা বুলিলা বচন ॥
ৰাজাৰ কুমাৰী মই কন্য্য উশীনৰ।
মোক দাসী কৰা এৱে পাণ্ডুৰ কুমাৰ ॥"

তদুপৰি ভীমাৰ্জুনে শ্ৰীফল ভক্ষণ কৰা সময়ত হেমাই অৱশিষ্ট গ্ৰহণ কৰা ঘটনাৰ পৰাও সেই কথাৰে ইঙ্গিত পোৱা যায়। অৰ্জুনৰ ৰুচি-মাৰ্জিত ব্যৱহাৰ বিচাৰ-বুদ্ধি আদি কথাত হেমা ভিতৰি ভিতৰি অতি আনন্দিত হৈ পৰিছিল হৰ গৌৰী আছিল হেমাসুন্দৰীৰ প্ৰাণসদৃশ দেৱতা।

"মহামায়া দেৱী মোৰ নিজ প্ৰাণ
নাহি আন সমবৰি"—বুলি হেমাই

ভীমাৰ্জুনক পৰিচয় দিবলৈ গৈ গৌৰৱেৰে সেই কথা ঘোষণা কৰিছে। তেওঁ লোকৰ কৃপাতে হেমাই অশ্বকৰ্ণাসুৰৰ গৃহত বন্দী হৈ থাকিলেও মায়াবিদ্যা শিকি নানা লোকত বিচৰণ কৰি ফুৰিবলৈ সক্ষম হৈছিল আৰু ৰাজ্যভ্ৰষ্ট



হোৱাৰ পাছত যোলজন ভায়েকেও হৰৰ লগত থাকিবলৈ সুযোগ পাইছিল। হৰ-গৌৰী হেমাৰ মানত সেইয়ে অদ্বিতীয় দেৱতা।

কাব্যৰ প্ৰধান নায়িকা, মায়াবিনী হেমা অদ্ভুত চৰিত্ৰৰ অধিকাৰীনী হলেও কিন্তু নাৰীৰ স্বাভাৱিক গুণৰাজিৰ দ্বাৰাও তেওঁ সমৃদ্ধা। অশ্বকৰ্ণৰ লগত যুদ্ধ কৰি বৃকোদৰ ভীম অচেতন হৈ পৰাত হেমাৰ গাত তৎ নাই, ভীমাৰ্জুনৰ অমঙ্গলৰ কথা ভাবি সহায় সাৰথিহীন সাধাৰণ নাৰীৰ দৰে ৰাউচি জুৰি বিলাপ কৰিছে; কিন্তু তাৰ মাজতো ধৈৰ্য্য ৰাখি কলহে কলহে মৃৰত পানী ঢালি ভীমৰ শুশ্ৰূষা কৰিছে।

ভীম অৰ্জুনক হৰ-গৌৰীৰ প্ৰতি আকৃষ্ট কৰি তেওঁলোকৰ ওচৰলৈ নিয়াতো হেমাৰ এটা গুপ্ত অভিপ্ৰায় থকা যেন লাগে। অশ্বকৰ্ণৰ মৃত্যুৰ পাছত অবিবা-হিতা নিৰাশ্ৰয়া ভৰা যৌৱন প্ৰাপ্ত হেমাই কোনো বীৰ পুৰুষৰ আশ্ৰয় বিচৰাটো স্বাভাৱিক। সেই অভিপ্ৰায় লৈয়ে হেমাই দুইবীৰক শিৱ-পাৰ্বতীৰ ওচৰলৈ নিছে আৰু ইস্টদেৱতাৰ কৃপানুগ্ৰহত অৰ্জুনক লাভ কৰিবলৈ হেমা সক্ষম হোৱাটো বিশেষ মন কৰিব লগীয়া কথা। এইদৰে কাব্যৰ প্ৰায়বোৰ ঘটনাৰ লগত কম বেছি পৰিমাণে জৰিত হৈ থাকি হেমাই প্ৰধান নায়িকাৰ ভূমিকা লৈছে। নায়ক অশ্বকৰ্ণও হেমাৰ কাৰ্য্যদক্ষতাৰ আগত কিছু নিষ্প্ৰভ হৈ পৰিছে।

পাতালপুৰীৰ দৈত্যাধিপতি অশ্বকৰ্ণ কাব্যৰ নায়ক চৰিত্ৰ। দৈত্যৰ ঔৰ-ষজাত ব্ৰাহ্মণৰ বিধবা কন্যাৰ গৰ্ভজাত সন্তান অশ্বকৰ্ণ শিৱৰ এজন ভক্ত। শিৱৰ প্ৰসাদতে তেওঁ ত্ৰৈলোক্য বিজয় বৰ লাভ কৰিছিল।

"শঙ্কৰক অশ্বকৰ্ণে পূজিলা বিস্তৰ ॥
তান্ত বৰ পায়া আছে ত্ৰিলোক জিনিতে।
কাৰ হাতে বধ তাৰ নাহিকে কদাচিতে ॥
তাৰ মৰণৰ ছিদ্ৰ মনুষ্যত থৈলা।"

সেইবৰ পাই অশ্বকৰ্ণ অতি দাম্ভিক আৰু অত্যাচাৰী হৈ পৰিল।

নানা ৰাজ্যৰ নানা ৰজাৰ লগত যুদ্ধ-বিগ্ৰহত লিপ্ত হৈ পৰিল। দানৱাধিপতিৰ অত্যাচাৰ উৎপীড়নত মানুহৰ কথা নালাগে দেৱতাসকলো অতীষ্ঠ হৈ পৰিল। পৰৰাজ্য জয় কৰি সিবিলাকৰ ৰজা প্ৰজা সকলোকে দাস অনুচৰ কৰিও অশ্বকৰ্ণ তৃপ্ত হোৱা নাছিল। অত্যাচাৰী অশ্বকৰ্ণক বধ কৰা আছিল হেমাৰ উদ্দেশ্য।

''উচ্চল পৰ্বত' সদৃশ অশ্বকৰ্ণ আছিল 'একবাৰতে সকলো জগত খাব' পৰা প্ৰচণ্ড শক্তিশালী বীৰ। বৃকোদৰ ভীমো অশ্বকৰ্ণৰ লগত হোৱা প্ৰথমবাৰৰ যুদ্ধত অচেতন হৈ পৰিছিল আৰু হতাশ হৈ পৰিছিল ; কিন্তু হেমাসুন্দৰীৰ শুশ্ৰূষাত সুস্থ হৈ বৰাহ-বিষ্ণুৰ গদা লৈ পুনৰ যুদ্ধত অৱতীৰ্ণ হ'ল আৰু এই-বাৰ ভীমৰ গদাৰ প্ৰহাৰত অশ্বকৰ্ণৰ মৃত্যু হ'ল।

"সত্তৰি যুগৰ বুঢ়া ত্ৰিশিৰা ৰাক্ষস।
ভীমসেনে তাক মাৰি ৰাখিলেক যশ ॥

নৰনাৰায়ণ ৰূপী ভীমাৰ্জুনৰ হাতত অশ্বকৰ্ণই মৃত্য বৰণ কৰাৰ পাছত তেওঁৰ অনুগামী অত্যাচাৰী সহচৰ সকলেও যুদ্ধ কৰি ভীমাৰ্জুনৰ হাতত মৃত্যুকে আকোৱালি ললে।

ইয়াৰ বাহিৰে ভীম-অৰ্জুন, শিৱ-পাৰ্বতী আদিৰ যি আংশিক পৰিচয় পোৱা য়ায় তাঁৰ সহায়ত আচলতে কবিয়ে কাব্যৰ মূল উদ্দেশ্য পূৰণ কৰিবলৈ গৈ তেওঁলোকৰ ঐশ্বৰিক শক্তিকে প্ৰকাৰান্তৰে প্ৰকাশ কৰিছে। ভীম-অৰ্জুনে বনবাসৰ কালচোৱাত পানী বিচাৰি গৈ হেমাৰ মায়াৰ কবলত পৰে আৰু পাতালত নিজৰ প্ৰাণ ৰক্ষা কৰিবলৈ, হেমাৰ দুখ নিবাৰণ কৰিবলৈ অশ্বকৰ্ণৰ লগত প্ৰচণ্ড যুদ্ধত অৱতীৰ্ণ হৈ পৰে। শেষত বৰাহ-বিষ্ণু আৰু মহাদেৱৰ অনুগ্ৰহ লাভ কৰি সেই অত্যাচাৰী সকলক পৰাভূত কৰি অসম্ভৱকো সম্ভৱ কৰি তোলে। হেমাক উদ্ধাৰ কৰিয়ে ক্ষান্ত নহ'ল, শিৱৰ উপদেশমতে অৰ্জুনে হেমাক গ্ৰহণ কৰিবলৈ মান্তি হ'ল। ইয়াত ভীম-অৰ্জুনক নৰৰূপী নাৰায়ণ বুলি অভিহিত কৰা হৈছে।



**অশ্বকৰ্ণবধত ধৰ্মৰ প্ৰভাৱ :—**'ৰাম সৰস্বতী জাতে পাতে মহাভাৰতৰ কবি।' মহাভাৰতৰ সকৰৰ ঘটনাৰাজিৰ মাজেদি কৃষ্ণৰূপী নাৰায়ণৰ কাৰ্য্যদক্ষতা আৰু বিপুল শক্তি প্ৰকাশ পাইছে। সেইকথা উপলব্ধি কৰিয়ে বৈষ্ণৱ কবি ৰাম সৰস্বতীয়ে মহাভাৰতৰ কাহিনীৰ অৱলম্বনত বাধকাব্য সমূহ ৰচনা কৰিছে। অশ্বকৰ্ণ যুদ্ধও তাৰেই অন্যতম স্বাক্ষৰ। বৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক তত্ত্ব-সমূহ সহজ-সৰল ভাষাত স্বকল্পিত কাহিনীৰে কবিয়ে প্ৰকাশ কৰিছে। তাকে কৰিবলৈ গৈ ভীম-অৰ্জুনক কবিয়ে নৰৰূপী নাৰায়ণ আখ্যা দিছে। শিৱৰ বৰত অশ্বকৰ্ণই নৰৰূপী বিষ্ণু ভিন্ন আন কাঁৰো হাতত মৃত্যু নহয় বুলি জানি অতি দাম্ভিক হৈ উঠিছে। শঙ্কৰৰ প্ৰসাদ লাভ কৰিও কিন্তু ন্যায়-ধৰ্মৰ পথত নথকা বাবে অশ্বকৰ্ণৰ পতন হ'ল বিষ্ণুৰ আন ৰূপত। গতিকে প্ৰকাৰান্তৰে কবিয়ে বিষ্ণুৰ তথা বৈষ্ণৱৰ জয়ৰ কথাকে ঘোষণা কৰিছে। বিষ্ণু-ভক্তৰ ক'তো মৰণ নাই সদায় অজেয়—এই কথাকে কাব্যত প্ৰকাশ কৰা হৈছে। 'দুষ্টক দমন আৰু সন্তক পালন' কৰিবলৈ বিষ্ণুৱেই হ'ল প্ৰথম প্ৰধান অৱলম্বন। কৃষ্ণৰূপ ধৰি স্বয়ং নাৰায়ণেই পাণ্ডৱক সকলো বিপদৰ পৰা ৰক্ষা কৰি আহিছে —"পাণ্ডৱক ৰাখিয়া ফুৰাহা সৰ্বক্ষণ।" ভগবানত বিশ্বাস ৰাখিব পৰাটোহে আচল কথা। বিষ্ণুৰ বৰাহ অৱতাৰৰ উল্লেখৰ অন্তৰালতো আছে সকলো বিপদৰ পৰা সন্ত-মহন্তক ৰক্ষাকৰা বিষ্ণুৰ মহিমা প্ৰকাশ আৰু বৈষ্ণৱাদৰ্শৰ জয়গান। নাৰায়ণ ব্যতিৰেকে বিপদসংকুল পৰিবেশৰপৰা কোনেও কাকো উদ্ধাৰ কৰিব নোৱাৰে। গাৰ সকলো শক্তি প্ৰয়োগ কৰি অশ্বকৰ্ণই কৃষ্ণৰ প্ৰিয়সখি অৰ্জুনক আকাশলৈ আছাৰ মাৰি পঠোৱাতো তেওঁৰ একোৱেই ক্ষয়ক্ষতি নহ'ল ; কৃষ্ণ-ভক্তিৰ বলত অৰ্জুনৰ ৰক্ষা পৰিল।

"আকাশৰ পৰা পৰিলন্ত ধনঞ্জয়।
কৃষ্ণৰ প্ৰভাৱে নপাইলা কোনো ভয় ॥"

ভক্তক ৰক্ষা কৰি ফুৰাই ভগবান বিষ্ণুৰ প্ৰথম প্ৰধান কাম। দানৱাধিপতি অশ্বকৰ্ণৰ ৰংশৰ দানৱ সকলৰ লগত যুদ্ধ কৰি অৰ্জুনে ত্ৰাসান্বিত হৈ কৃষ্ণ কৃষ্ণ

উচ্চাৰণ কৰিব ধৰা দেখি ভকতবৎসল হৰিয়ে হৃদয়ত প্ৰবেশ কৰি তেওঁক বিপুল শক্তি প্ৰদান কৰিছিল। এই ঘটনাও বৈষ্ণৱ ধৰ্মৰ অন্যতম প্ৰধান বস্তু হৰি নামৰ গৰিমাৰ পৰিচায়ক।

"কৃষ্ণৰ সমান, কৃপালু দেৱতা,
নাহি জানো সাৰে সাৰ।"

অশ্বকৰ্ণ বীৰৰ মৃত্যু হৈছিল বৰাহ ৰূপী বিষ্ণুৰ গদাৰ আঘাতত। বিষ্ণু তথা বৈষ্ণৱৰ শক্তিৰ আগত যিমানেই শক্তিশালী বীৰ নহওক টিকিব নোৱাৰে।

কলি যুগত যাগ-যজ্ঞৰ দ্বাৰা ভগৱানৰ কৃপা লাভ দুৰূহ কথা—নাম-কীৰ্তনৰ দ্বাৰাহে ইশ্বৰ প্ৰাপ্তি সম্ভৱ। অসমৰ বৈষ্ণৱ সকলে ঈশ্বৰৰ নাম-কীৰ্তনতহে সৰ্বাধিক গুৰুত্ব অৰোপ কৰি আহিছে। শঙ্কৰ-মাধৱ আদি অসমৰ নৱ বৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোঁতা সকলে এই কথা নানা ঠাইত নানাভাৱে প্ৰচাৰ কৰি গৈছে। ৰাম সৰস্বতীয়ে সেই কথাৰ তাৎপৰ্য ভালদৰে উপলব্ধি কৰিব পাৰিছিল; তেৱোঁ সুযোগ পালেই বৈষ্ণৱাদৰ্শৰ সেই বতৰা দিবলৈ চেষ্টা কৰিছিল। "লগত সহায় নাই কৃষ্ণ নাম বিনা" অৰ্জুনৰ কেৱল মুখৰ কথা নহয়, বিষ্ণুভক্ত কৱি ভাৰত ভূষণৰ অন্তৰৰ গভীৰতম প্ৰান্তৰ পৰা উথলি উঠা ধৰ্মৰ বাণী। এই কাব্যত কবিৰ বৈষ্ণৱ ভাৱ অতি তেজাল হৈ উঠিছে। অশ্বকৰ্ণ পাপৰ প্ৰতীক স্বৰূপ আৰু ভীম-অৰ্জুন পুণ্যৰ প্ৰতীক স্বৰূপ—এই দুই প্ৰবল শত্ৰুৰ মাজত তুমূল সংঘৰ্ষ হৈছে। তাত জাগতিক অপায়-অমঙ্গলৰ ৰক্ষাকৱচ স্বৰূপ হৰিনাম হৃদয়ত ধাৰণ কৰি ভীম অৰ্জুনে জয় লাভ কৰিবলৈ সক্ষম হৈছে। ইয়াৰ দ্বাৰা কবিয়ে হৰি নামৰ মাহাত্ম্যকে হৃদয়স্পৰ্শী ভাষাত প্ৰচাৰ কৰিবলৈ প্ৰয়াস পাইছে। বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ এই কাব্যত সুস্পষ্ট।

দৈত্য-দানৱ সকলক সাধাৰণতে শিৱৰভক্ত হোৱা দেখা যায়। ব্যক্তিগত জীৱনত পাৰ্থিৱ সুখ-সমৃদ্ধিৰ বাবে তেওঁলোকে শঙ্কৰক তপস্যাদিৰ দ্বাৰা সন্তুষ্ট কৰিবলৈ চেষ্টা কৰে। সেই আদৰ্শ ইয়াতো স্পষ্ট। হৰ-গৌৰীৰ আশীৰ্বাদত হেমাসুন্দৰীয়ে চিৰ যৌৱন লাভ কৰিছে, শঙ্কৰৰ প্ৰসাদত অশ্বকৰ্ণৰ মৃত্যু-ভয় লোপ পাইছে। যি মহাদেৱৰ কৃপাত দানৱসকল শক্তিশালী হৈ পৰিছে সেই দানৱৰ কুদৃষ্টিৰপৰা তেৱেঁই ধৰ্মানুগামীসকলক ৰক্ষাও কৰি আহিছে। 'অশ্বকৰ্ণবধ'ত হৰগৌৰীৰ এই মাহাত্ম্য প্ৰকাশ মনকৰিবলগীয়া। দৈত্য-দানৱাদিৰ শক্তি লাভৰ আধাৰ বুলি ধৰিয়ে কবিয়ে হৰ-গৌৰীৰ কথা বৰ্ণনা কৰিবলৈ প্ৰয়াস কৰিছে। তাৰ মাজতো কিন্তু কবিয়ে বিষ্ণুৰ শ্ৰেষ্ঠত্বৰ কথা উনুকিয়াবলৈ পাহৰা নাই। স্বয়ং মহাদেৱেও ভীম-অৰ্জুনক কৃষ্ণত ভক্তি হবলৈকে বৰদান দিছে।



"কৃষ্ণৰ চৰণে তোমাসাৰ ভক্তি
নুগুচোক সৰ্বদায়।"

দন্তপুত্ৰৰ হাতৰ পৰা ভীম-অৰ্জুনক ৰক্ষা কৰিছিল শূলপানী মহাদেৱে। তাৰ পাছত শঙ্কৰৰ দৰ্শন লাভ কৰি ভীমাৰ্জুনে স্তুতি কৰিছিল,—

"নমো ত্ৰিনয়ণ শশি বিভূষণ
কালমূৰ্তি শূলপাণি।"

কিন্তু তাৰ মাজতো তেওঁলোকে মহাদেৱৰ এই বুলি অনুগ্ৰহ কামনা কৰি প্ৰাৰ্থনা কৰিছিল,—

"তোমাৰ প্ৰসাদে কৃষ্ণৰ চৰণে
অচলা ভক্তি ৰহোঁক।"

এইদৰে কবিয়ে বিষ্ণুৰ শ্ৰেষ্ঠৰ প্ৰতিপন্ন কৰাৰ লগে লগে সেই ধৰ্মৰ আদৰ্শ আৰু শিকনিৰে জনসমাজক বৈষ্ণৱৰ প্ৰতি আকৃষ্ট কৰিবলৈ চেষ্টা কৰিছে। কাব্যৰ পাতে পাতে বৈষ্ণৱৰ গৰিমা প্ৰকাশৰ মূলতে হ'ল কবিৰ সেই ধৰ্মৰ প্ৰতি থকা প্ৰাগাঢ় বিশ্বাস আৰু শ্ৰদ্ধা। কাব্যৰ প্ৰস্তাৱনাৰ পোন্ধৰ ফাঁকি পদৰ মাজতো কবিয়ে সেই শ্ৰদ্ধা প্ৰদৰ্শন কৰিছে। তাত উল্লেখকৰা 'বৈষ্ণৱ চৰিত্ৰ কৃষ্ণনাম অনুপাম' কথাৰাৰৰ উপৰিও তলৰ পদফাঁকি বেছ তাৎপৰ্য্যপূৰ্ণ।

**অশ্বকৰ্ণ বধৰ কাব্যিক সৌন্দৰ্য্য** ঃ—কবিৰ মহাভাৰতৰ অনুবাদ মূলানুগত নহয়, তেওঁ ঠাই বিশেষে আঁতৰি গৈছে আৰু ঠাই বিশেষে বৰ্ণনা সংক্ষেপ বা

বিস্তাৰ কৰিছে। বধকাব্যৰ কাহিনী যে কবিৰ স্বকল্পিত সেই কথা ওপৰত কোৱা হৈছে, এইবোৰ অনুবাদ নহয়। মহাভাৰতৰ 'বনপৰ্ব'ত ভাবৰ গাম্ভীৰ্য হ্রাস পাই বৰ্ণনাৰ প্রাচুৰ্য্য ঘটা দৰে বধকাব্য সমূহত পাণ্ডৱৰ জীৱন ঘটনা বহুল হৈ পৰিছে। সেইবাবেই সম্ভৱতঃ জনগণৰ কবি ৰাম সৰস্বতীয়ে সমসাময়িক সমাজৰ চিনাকি পৰিবেশত বধ কাব্যৰ ঘটনাবোৰ উপস্থাপন কৰিবলৈ চেষ্টা কৰিছে। গতিকে কবিৰ কল্পনা শক্তি, নিজস্ব চিন্তা আৰু সৃষ্টি শক্তিৰ সংমিশ্রণ এই কাব্যৰ বিশেষত্ব। ইয়াত প্রয়োগ কৰা উপমা, পটন্তৰ, যোজনা, খণ্ডবাক্য আদি কবিয়ে জনসমাজৰ পৰা আহৰণ কৰি লৈছে।

অশ্বকৰ্ণবধ কাব্যত কোৱা পাতালী খণ্ডৰ কথা কবিয়ে বঢ়া-টুটা কৰিছে। কবিৰ অশ্বকৰ্ণৰ বৰ্ণনা মন কৰিব লগীয়া। যুদ্ধৰ বৰ্ণনাতো কবিয়ে লোকৰঞ্জনৰ প্রতি বিশেষ লক্ষ্য ৰাখিছে। ত্রিশূল সদৃশ নখ, গৰ গৰ কৰি মাতে পেট, নাকৰ বতাস হৰ হৰে চেঞ্চাৰয়, জিহ্বাখান যেহেন ৰাজআলি, ধম ধম কৰি আগনি উধায়, মানুষ্যৰ ছাৱা আজি কৰো লণ্ডভণ্ড, সকুগোট আছাৰতে কতবা মৰিল, মাথাক কামুৰি তোৰ গাৱ ছোবাইবো, গোটে গিলিবাক শক্তি আছয়, শুন ওৰে তিৰী চোৰ ছৱাল নৰৰ আদি উপমা, পটন্তৰ বা বাক্যৰ প্রয়োগে কাব্য অধিক জনপ্রিয় কৰি তুলিছে। ঠায়ে ঠায়ে কবিৰ বৰ্ণনা কিছু অতিৰঞ্জিত হৈ পৰিছে। হেমাসুন্দৰীয়ে কুঁৱাৰ ভিতৰলৈ ভীম অৰ্জুনক টানি নিয়া বৰ্ণনাত অতিৰঞ্জনৰ চাপ মনকৰিব লগীয়া। আকৌ শ্রীফলৰ বৰ্ণনাতো সেই একে অতিৰঞ্জন চকুত পৰে। অশ্বকৰ্ণ অসুৰৰ বৰ্ণনাৰ কথাও এই প্রসঙ্গত উল্লেখ কৰিব পাৰি। জনপ্রিয়তাৰ কাৰণে কবিৰ বৰ্ণনাত মাত্রাধিক্য হোৱা বুলি অনুমান হয়। কাব্যত হাস্য-বীৰ-কৰুণ ৰসৰ সমাবেশ মন কৰিব লগীয়া। 'অশ্বকৰ্ণবধ'ত বীৰ আৰু ৰৌদ্ৰ ৰসেও কিছু প্রাধান্য পাইছে। ভীম আৰু অশ্বকৰ্ণৰ যুদ্ধৰ বৰ্ণনা এই ক্ষেত্রত বিশেষ প্রণিধান যোগ্য।

"বাঢ়িবে লাগিলা শূল বহলে দীঘলে।
চৈধ্যয় ভুৱন কম্পে থৰ থৰি কৰি ॥
ব্রহ্ম ভুৱনত সবলোক গৈলা ভৰি।
উফড়িবে লৈলা সাত সাগৰৰ জল ॥
চমক লাগিল যত পৰ্বত সকল।



ভীম আৰু অশ্বকৰ্ণৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনাতো এই ৰস সৃষ্টি মন কৰিব লগীয়া। যুদ্ধৰ সময়ত উভয় পক্ষৰ মাজত হোৱা তৰ্জন গৰ্জনৰ ভাব ভাষাত লৌকিক প্রভাৱ স্পষ্ট।

কবিয়ে কিছুমান বস্তুৰ বৰ্ণনাত স্বাভাৱিকতা আৰু অলৌকিকতা আৰোপ কৰি কাব্য জীৱন্ত কৰি তুলিছে। উশীনৰ ৰজাৰ ৰাজ্যৰ বৰ্ণনা আৰু বৰাহ-বিষ্ণুৰ গদাৰ বৰ্ণনাৰ কথা এই প্রসঙ্গত উল্লেখ কৰিব পাৰি। তদুপৰি দুলড়ী, চবি, ঝুমুৰি আদৰি যথাযথ প্রয়োগৰ দ্বাৰা কবিয়ে কাব্য অধিক ৰসাল কৰি তুলিছে। বিলাপ বা ঘটনাৰ কৰুণ পৰিণতিত লেছাৰী আৰু যুদ্ধৰ বৰ্ণনাত ঝুমুৰি ছন্দৰ প্রয়োগে কবিৰ শিল্পী মনৰ পৰিচয় দিয়ে। কাব্যৰ শেষত ভীম অৰ্জুনৰ হৰ-পাৰ্বতী-দৰ্শন আৰু হেমাসুন্দৰীক গ্রহন কৰিবলৈ অৰ্জুনৰ সন্মতি দানৰ জৰিয়তে এটা সুখকৰ পৰিণতি ঘটিছে ; এই পৰিবেশত দুলড়ীৰ প্রয়োগ আন এটা মন কৰিব লগীয়া কথা।

ৰামসৰস্বতীৰ ৰচনাৰ আন এটা বৈশিষ্ট হ'ল তেওঁৰ শব্দ চয়ন আৰু শব্দ প্রয়োগৰ কৌশল। সংস্কৃত তৎসম শব্দৰ লগত অসমীয়া তদ্ভৱ, অৰ্ধতৎসম আৰু দেশজ শব্দৰ সঙ্গতি ৰাখি সুন্দৰভাৱে প্রয়োগ কৰিব পৰাটো নিপুণ কবিৰ ৰচনাশৈলীৰ পৰিচায়ক। ৰামসৰস্বতী সেই বিষয়ত সিদ্ধহস্ত। দৈনন্দিন জীৱনত প্রচলিত ভাষাকে তেওঁ প্রয়োগ কৰিছে। সেইবাবে তেওঁ কাব্যত যুৰীয়া বা ধ্বন্যাত্মক শব্দৰ প্রয়োগ অধিক। যেনে—ধীৰে ধীৰে, ৰেণু ৰেণু, চাহন্তে চাহন্তে, মনে মনে, গৰ গৰ কৰি, ধম ধম কৰি, ঘনে ঘনে, ৰেণু ৰেণু, মনে মনে গুনি, ৰশ্মি কৰে তিৰিমিৰি, লটিঘটি কৰিলা, হল ফল কৰি লাগে, বৰ বৰ লোম, কতমত কৰি চাৱে, কাউবাউ কৰা, শোকে তলবল, জিলি মিলি জ্বলে,

বিণি বিণি, বৰ বৰ দৈত্য, এক এক পৰ্বত, জাকে জাকে আদিৰ প্ৰয়োগত ভাষা বেছি ৰসাল আৰু প্ৰাণস্পৰ্শী হৈ পৰিছে।

কাব্য সৌন্দৰ্য্যৰ আন এটা কাৰণ হ'ল অলংকাৰৰ উপযুক্ত প্ৰয়োগ। যথাযথ ভাৱে অলংকাৰ প্ৰয়োগ কৰিব পাৰিলেও কাব্য চিত্ত বিনোদক হৈ পৰে। পূৰ্ববৰ্তী কবি সকলৰ দৰে ৰামসৰস্বতীৰ কাব্যতো অলংকাৰৰ প্ৰয়োগত প্ৰাচুৰ্যতা দেখা যায়। তলত কেইটামান দৃষ্টান্ত দাঙি ধৰা হ'ল—

উপমা—(১) দৰ্পনৰ ছায়া যেন আছয় দেখিয়া।
(২) এক নখ হোৱে যেন হৰৰ ত্ৰিশূল।
(৩) চকু যেন সূৰ্য্যৰ পোসৰ।
(৪) দুই গোট চক্ষু যেন অগনিৰ বৰ্ন।
(৫) হীৰা মণি-মুকুতা ৰতন প্ৰৱালৰ।
দিলা অলংকাৰ যেন প্ৰকাশ সূৰ্য্যৰ॥

লৌকিক চিত্ৰ ঃ—লৌকিক চিত্ৰ অঙ্কন কৰাতো কবি সিদ্ধহস্ত। ভালেমান দৈত্য-দানৱক বধ কৰাৰ পাছত যেতিয়া অশ্বকৰ্ণৰ ৰাজ্য অত্যাচাৰী পাপীশূন্য হৈ পৰিল তেতিয়া মহাদেৱে হেমাক অৰ্জুনৰ লাতত গতাব খুজিছে। অৰ্জুনে কোনো জাত কুলৰ বিচাৰ নকৰাকৈ হেমাসুন্দৰীক গ্ৰহণ কৰিবলৈ টান পাইছে—

"কাৰ বা কুঁৱৰী কাৰ বা বহাৰী
কাৰ বা হুয়াছে নাৰী।"

এই সন্দেহ পূৰ্ণ কথাত সমাজৰ এটা চমৎকাৰ চিত্ৰ ফুটি ওলাইছে। অৰ্জুনৰ সন্দেহ ভঞ্জনৰ বাবে মহাদেৱে বহু যুক্তি দিব লগীয়া হৈছে।

পতিব্ৰতা নাৰী চুৰা নুহি কয়
বিহা পাই তিনিবাৰ।"

এই কথাই কবিৰ সমসাময়িক সমাজত প্ৰচলিত বিবাহ ব্যৱস্থাৰ সম্ভেদ দিয়ে। তদুপৰি শঙ্কৰে বিশেষ জোৰ দি কৈছে,—



"বিশেষত হেৰা ৰাজাৰ কুমাৰী
কেহো বিহা কৰা নাই।"

গতিকে এনে জননী নিষ্পাপ কুমাৰীক গ্ৰহণ কৰাত অৰ্জুনৰ একে দোষ নহয়। অৰণ্যে বনবাসী অৰ্জুনৰ লগত হেমাক ৰখাও সম্ভৱ নহয়। সেইবাবে পঞ্চ পাণ্ডৱ হস্তিনাত ৰজা নোহোৱালৈকে মায়াদেবীৰ তত্বাৱধানত হেমাক ৰাখিবলৈ শিৱই উপদেশ দিলে। এইটো সুন্দৰ লৌকিক চিত্ৰ।

হেমাসুন্দৰীৰ আখ্যানৰ লগত ডঃ বাণীকান্ত কাকতিদেৱে ইংৰাজ কবি স্পেন্সাৰৰ এটা কাহিনীৰ তুলনা কৰিছে। ইংৰাজ কবিৰ আখ্যানৰ নায়িকা য়ুনা কুমাৰী দানৱৰ দ্বাৰা উৎপীড়িত পিতৃৰাজ্য উদ্ধাৰৰ বাবে ৰাণী গ্লোৰিয়ানাৰ আশ্ৰয় লয় আৰু ৰাণীয়ে জনৈক ধাৰ্মিক বীৰক পঠাই দি পাপী অত্যাচাৰী সকলক বধ কৰালে। য়ুনাৰ পিতৃৰাজ্য উদ্ধাৰ কৰিলে, আৰু য়ুনাক তেওঁ বিয়া কৰাই তেওঁৰ পিতৃৰাজ্যতে থৈ বীৰ ৰাণীৰ দেশলৈ গুচি আহে। হেমা কুমাৰীৰ আখ্যানৰ লগত মোটামুটি ভাৱে ইংৰাজ কবিৰ আখ্যানৰ মিল থকা দেখা যায়। ধৰ্মৰ জয় আৰু অধৰ্মৰ পৰাজয় বা ন্যায় প্ৰতিষ্ঠাৰ বাণী প্ৰচাৰৰ বাবে এনেকুৱা বীৰ ৰস মিশ্ৰিত আদি ৰসাত্মক কাব্য সৃষ্টিত বিশ্বৰ সমসাময়িক কবি সাহিত্যিকৰ চিন্তাৰাজ্যত একে ধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হোৱাটো স্বাভাৱিক।

**পূৰ্বকবিৰ প্ৰভাৱ** ঃ—মহাপুৰুষ শঙ্কৰদেৱৰ পৰৱৰ্তী কালৰ কবি ৰাম সৰস্বতীৰ ওপৰত শঙ্কৰ পুৰুষৰ প্ৰভাৱ পৰিলক্ষিত হয়। ধৰ্মীয় দৰ্শন উভয়ৰে একে, দুয়ো বৈষ্ণৱ ভাৱাদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত। শঙ্কৰদেৱে এই বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবেই জীৱন উছৰ্গা কৰি গৈছে। শঙ্কৰদেৱৰ দৰে ৰামসৰস্বতী কবিয়েও ভাগৱত পুৰাণ অধ্যয়ণ কৰি তাৰ দ্বাৰা বহুপৰিমাণে প্ৰভাৱান্বিত হৈছিল। তদুপৰি কাব্যৰ ঘটনাদিৰ পৰিবেশ সৃষ্টি, প্ৰকৃতি বা কোনো বিশেষ বিষয়ৰ বৰ্ণনাত ৰাম সৰস্বতীৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ পৰিলক্ষিত হয়।

কবিয়ে নিজেও পূর্বকবি শঙ্কৰদেৱৰ কথা ঠাই বিশেষে গৌৰৱেৰে উল্লেখ কৰি গৈছে।

"শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ
নৰ ৰূপে জাত ভৈল।"

সাহিত্যিক প্ৰতিভাৰ পিনৰপৰা কবি ৰাম সৰস্বতীক শঙ্কৰ মাধৱৰ পাছতেই স্থান দিব লাগিব। জনপ্ৰিয় কাহিনীৰ জৰিয়তে সহজ ভাষাৰে প্ৰচাৰ কৰা ধৰ্মৰ আদৰ্শ আৰু বিবিধ শিকনি সমূহ আজিও জনসমাজত সমাদৃত হৈ আছে। ৰাম সৰস্বতীৰ এইটো এটা বিশেষ গুণ। সৰ্বসাধাৰণৰ সুখ-দুখ, আশা-আকাঙ্খা, হৰ্ষ বিষাদৰ লগত খাপ খুৱাই প্ৰচুৰ পদ সৃষ্টি কৰি ৰাম সৰস্বতীয়ে অসমীয়াৰ মাজত আজি চাৰিশ বছৰ পাছতো অন্যতম জনপ্ৰিয় কবিৰূপে বৰ্তি থাকিব পাৰিছে। অসমীয়া সাহিত্য সংস্কৃতিৰ সৌৰমণ্ডলত ৰাম সৰস্বতী উজ্বল শুক্ৰ গ্ৰহৰূপে জিলিকি থাকিব।

# অশ্বকৰ্ণবধ

## (বনপৰ্ব—পাতালী খণ্ড)

## [প্ৰস্তাৱনা]

### পদ

জয় জয় কৃষ্ণ প্ৰভু বান্ধৱ মাধৱ।
ভকত-বৎসল হৰি দয়াল যাদৱ॥
হেন মাধৱৰ পদে কৰো নমস্কাৰ।
ৰচিবো পাতালী খণ্ড কথা মধ্যে সাৰ। ১

পৰম পুৰুষ ধনঞ্জয় অৱতৰি।
খণ্ডিলা ভূমিৰ ভাৰ দানৱক মাৰি॥
পূৰ্বে কৃষ্ণে পাণ্ডৱক পঠাইলন্ত বনে।
খণ্ডিলা ভূমিৰ ভাৰ যত দেৱগনে॥ ২

পৃথিৱীৰ অন্তে আছে যত দৈত্যগণ।
তাক অৰ্জুনৰ হাতে কৰাইলাছন॥
এহিসব কথা শিৰে ৰবাহক পাই।
ব্যাস মহামুনি কহিলেক ঠাই ঠাই॥ ৩

ইহাকেসে চাহি আমি ৰচিবো কেৰলে
মধু দধি যেন স্বাদ অতিশয় মিলে॥
এতেকে কহিবো পাণ্ডৱৰ গুণ চয়।
তাতে কৃষ্ণ-চৰিত অমৃত মনোময়॥ ৪

জয় দিকপাল নমো কৃষ্ণ কৃপাময় ।
জগতৰ মোক্ষ হেতু ভৈলন্ত উদয় ॥
কটাক্ষতে সৃষ্টি স্থিতি কোটি কোটি যাৰ ।
হেন পূৰ্ণব্ৰহ্ম ৰূপে নৰ অৱতাৰ ॥ ৫

যাহাৰ চৰণ দুই ধৰি হৃদয়ত ।
কহিবোহো পঞ্চ পাণ্ডৱৰ কথা যত ॥
পাচে জন্মেজয় কথা কৰিয়া প্ৰণতি ।
পাণ্ডৱ-চৰিত্ৰ কথা শুনে একমতি ॥ ৬

স্বৰ্গহন্তে আসি যেৱে বীৰ ধনঞ্জয় ।
তেৱে কোন বনে গৈলা পাণ্ডুপুত্ৰচয় ॥
কোন কৰ্ম কৰিলন্ত কোনবা স্থানত ।
কহিয়োক মুনি শুনো পাচকথা যত ॥ ৭

শুনি বৈশম্পায়নে কৰিলন্ত সাধুৰ্বাদ ।
বোলয় নৃপতি কথা ভৈল অপ্ৰমাদ ॥
মহাগোপ্য কথা যে মহন্ত পাণ্ডৱৰ ।
হেন জানি দ্বৈপায়নে কৰিলা প্ৰচাৰ ॥ ৮

পূৰ্বে এহি কথা কৈলা মাৰ্কণ্ডেয় আগে ।
আমাক পঢ়াইলন্ত গুৰু যেন লাগে ॥
বনপৰ্ব দুখ-কথা পাতালী খণ্ডৰ ।
শুনিবা দাৰুণ কৰ্ম ভীম অৰ্জুনৰ ॥ ৯
কিনো মোৰ মহাভাগ্য তোমাত কহিবো ।
শ্ৰীৰুদ্ৰদেৱৰ কথা গুণ প্ৰচাৰিবো ॥



জগততে প্ৰচাৰ হৈবেক নিৰন্তৰ ।
আকে শুনি ভণি তৰিবেক সব নৰ ॥ ১০

মহাগুৰু ত্ৰিনয়ন কাল মূৰ্তি হৰ ।
বৈষ্ণৱৰ মধ্যে শ্ৰেষ্ঠ নাহি তান পৰ ॥
তাহাৰ চৰিত্ৰ কথা শুনি মোক্ষ পায় ।
হেন জানি স্থিৰ চিত্তে শুনা মহাৰায় ॥ ১১

যেন মতে ভীম অৰ্জুনক মায়া কৰি ।
হেমাশ্ৰয়া ৰাক্ষসী বিতলে নিলা হৰি ॥
অশ্বকৰ্ণ ৰাক্ষসক যিমতে বধিলা ।
যেন মতে মহেশ্বৰে তাক দেখা দিলা ॥ ১২

পঞ্চ ভাই শৰে হানি কুন্তীৰ তনয় ।
যিমতে মাৰিলা সব দৈত্য সেনাচয় ॥
সমস্তে কহিবো ৰাজা তোমাৰ আগত ।
ইটো কথা আৰে নাহি কৰিবো বেকত ॥ ১৩

ভাৰতভূষণে বোলে আমি অল্পজন ।
পাতালী খণ্ডৰ কথা আতি বিতোপন ॥
আৰ বঢ়া টুটা দোষ ক্ষমা মহাজন ।
ইহাক শ্ৰৱন কৰিয়োক একমন ॥ ১৪
মিলিবে মুকুতি পূৰ্ণ হৈবে মনস্কাম ।
বৈষ্ণৱ চৰিত্ৰ কৃষ্ণনাম অনুপাম ॥
হেন জানি নৰলোকে এৰা আন কাম ।
পাতোক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ১৫

## [ গোদাবৰী-তীৰত পাণ্ডৱসকলৰ অৱস্থান ]

বৈশম্পায়ন বদতি শুনা সাৱধানে ।
পাতালত কোন কৰ্ম কৰিলা অৰ্জুনে ॥
স্বৰ্গত আছিলা যদি বীৰ ইন্দ্ৰ-সুত ।
হেমন্ত গিৰিত যাই ভৈলা উপস্থিত ॥ ১৬
কতোদিন ফুৰি গোদাবৰী নদী পায় ।
গৃহ সাজি তহিতে আছিলা মহাৰায় ॥
এক দিনা মহাৰাজ ধৰ্ম নৰেশ্বৰ ।
বোলে আমাসাৰ কিবা হৈবে অথন্তৰ ॥ ১৭
মনতে প্ৰমাণ মই লভিছো নিশ্চয় ।
নজানো কৃষ্ণদেৱে কি বিঘিনি মিলায় ॥
ধনঞ্জয় বোলে দাদা নকৰা সংশয় ।
ঈশ্বৰৰ ইচ্ছা কোনে বাধিবে পাৰয় ॥ ১৮

## [ ভীম-অৰ্জুনৰ মৃগয়ালৈ গমন ]

এহিমতে আছিলেক দিন কতোমান ।
পাচে মৃগ মাৰিবাক গৈলা দুয়োজন ॥
ভীম ধনঞ্জয় মৃগ মাৰিবাক গৈলা ।
শুনা তাসম্বাৰ তৈত যেন কথা ভৈলা ॥ ১৯
শোভন কুসুম-বন দেখিতে বিস্ময় ।
আকাশ লঙ্ঘিয়া তাৰ সুঘ্ৰান বহয় ॥



ভ্ৰমৰাই ৰাৱ কাঢ়ে কোকিলে ডাকয় ।
ছয় বায়ু এক স্থানে মলয়া বহয় ॥ ২০
আনন্দ মিলয় আতি ব্ৰহ্মাণ্ড চাহিয়া ।
দৰ্পণৰ ছায়া যেন আছয় দেখিয়া ॥
ফুৰন্তে ভ্ৰমন্তে আসি গোধূলি মিলিলা ।
তহিতে ৰহিলা আসিবাক নপাৰিলা ॥ ২১
বঞ্চিলা ৰজনী এক বৃক্ষৰ তলত ।
ৰজনীৰ শেষে সূৰ্য্য উদয় ভৈলন্ত ॥
জল বিচাৰিয়া আনি—স্নানিতে লাগয় ।
দুখ মনে ৰাজাসমে অসুখ কৰয় ॥ ২২
এহিমতে জল বিচাৰন্তে দুই ভাই ।
প্ৰহৰেক মান বেলা গৈলা সেহি ঠাই ॥

## [ মায়াৱিনী হেমা ৰাক্ষসীক কূপৰপৰা উদ্ধাৰ কৰিবলৈ গৈ গৈ ভীম-অৰ্জুনৰ ৱিতল নগৰত প্ৰৱেশ ]

বৈশম্পায়ন বদতি শুনিয়ো নৰোত্তম ।
সিকালত তাসম্বাৰ ভৈলন্ত বিভ্ৰম ॥ ২৩
জলক চাহন্তে এক গৰ্তক দেখিলা ।
ধীৰে ধীৰে দুই বীৰ সমীপ চাপিলা ॥
নিৰীক্ষি চাহয় দুয়ো কতো দূৰ মান ।
বেণু বেণু দেখিলেক অপেস্বৰাগণ ॥ ২৪

চাহন্তে চাহন্তে কান্তি অধিকে জ্বলয় ।
ৰাক্ষসীৰ মায়া সিটো মনে নজানয় ॥
ত্ৰৈলোক্য মোহিনী কন্যা ৰূপে অনুপাম ।
মুনিৰ মনক মোহে জ্বলৈ চন্দ্ৰ সম ॥ ২৫

কটাক্ষে নিৰীক্ষি অল্প কৰিয়া হাসয় ।
উঠিবাক লাগি যেন আকৃতি কৰয় ॥
দেৱাঙ্গ-ভূষণ যেন কৰি পৰিধান ।
অল্প অল্প কৰিয়া যেন কৰয় হসন ॥ ২৬

হৰি হৰি বিধি দুখ দিলা ললাটত ।
কিমতে তৰিবো ইটো দাৰুন গৰ্তত ॥
যুগুতি কৰিয়া পাচে উপৰক চাই ।
দুই জন উত্তম পুৰুষ ভেট পাই ॥ ২৭
মনে মনে বোলে মোৰ বিধি সুপ্ৰসন্ন ।
ইহাকে পাতালে লৈয়া কৰিবো গমন ॥
দেৱ কি মনুষ্য লাগে যেহি কিছু হৌক ।
মোহোৰ মায়াত কোনজন স্থিৰ হৌক ॥ ২৮

অনন্তৰে অৰ্জুনে ভীমক মাতিলন্ত ।
দেখিয়ো আশ্বৰ্য্য কন্যা কূপতে আছন্ত ॥
হেন ৰূপৱতী কন্যা দেখিলা আপুনি ।
গৰ্তৰ ভিতৰে পশি আছে কিবা গুণি ॥ ২৯

তাত হন্তে সেহি কন্যা মাতে ধীৰে ধীৰে ।
কোন তোৰা দুইজন কহিয়ো সত্বৰে ॥



পৰি আছো মহাঘোৰ কূপে দেখা তুমি ।
যেহি তোলে তাহাক কৰিবো নিজ স্বামী ॥ ৩০
দেৱ অপেস্বৰা মই হেমা নামে খ্যাত ।
ঢক্কা মাৰি সখীগণে ফেলিলা গৰ্তত ॥
নুতুলিলে তিৰীবধ মহাপাপ লাগে ।
আমাক তুলিয়া তুমি নিয়া যৈকে লাগে ॥ ৩১

অৰ্জুনে বোলন্ত দদা কৰিয়ো যতন ।
কূপ হন্তে ত্ৰান কৰা অপেস্বৰা প্ৰাণ ॥
বৃকোদৰে বোলে বাপু বুজন নযায় ।
দেখিয়ো ইহাৰ পৰিবাৰ চিহ্ন নাই ॥ ৩২

কিবা মায়া ৰাক্ষসী আছন্ত হেন ভাৰে ।
পৰিবাৰ চিহ্ন নেদেখোহো এহি ঠাৰে ॥
অৰ্জুন বদতি দদা কহিলাহা ভাল ।
আৰন্ধ হোৱয় পাপ পৰম বিশাল ॥ ৩৩

আমি দুইজন যদি নাসো ইথানক ।
নেদেখিলে নাহি দোষ জানিবা ইহাক ॥
হেন শুনি তাই পাচে বুলিলা বচন ।
যদি মোক নোতোলা তোমৰা দুই জন ॥ ৩৪

ইটো মহাপাতকে সবংশে যাইবা তল ।
এতেকে তোমৰা দুই সাধিয়ো কুশল ॥
বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
পাপক সংশয় মহা মহন্ত সবৰ ॥ ৩৫

এহি শুনি দুই বীৰে দুবুজি কাৰণ।
দুৰাচাৰী ৰাক্ষসীক তুলিবাক মন ॥
ঈশ্বৰৰ ইচ্ছায়ে যে বুদ্ধি চুৰ ভৈল।
দুৰাচাৰী ৰাক্ষসীক তুলিবাক গৈল ॥ ৩৬

অৰ্জুনক আদেশ কৰিলা বৃকোদৰ।
মায়াবী ৰাক্ষসী শুনি দিলন্ত উত্তৰ ॥
আগে বৰজনেধৰি তুলিয়ো আমাক।
তেৱে দোষ নাহিকয় জানিবা ইহাক ॥ ৩৭

যদি আগে ছেটজনে আমাক তোলহ।
ভ্ৰাতৃবধূ ভৈলে হৈব কিমতে বিবাহ ॥
ঋষিসবে কহিয়াছে জানা সৰ্বজন।
হোৱে ভাৰ্য্যা হস্তোদক বিবাহ কাৰণ ॥ ৩৮

এহি শুনি দুহান্তৰ মন ৰঙ্গ ভৈলা।
অনন্তৰে বায়ু-সুতে আগবাঢ়ি গৈলা ॥
ৰাক্ষসীৰ মায়া কিছু দুবুজি মনত।
ফেলাইলা ধনুখান দাৰুণ গৰ্তত ॥ ৩৯

দাৰুন দুৰ্জয় মায়া ৰাক্ষসী কৰিলা।
ধনু সমে ভীমসেন হুহকি পৰিলা ॥
ত্ৰাহি ধনঞ্জয় বাপু থাম্প মাৰিধৰ।
ধনু কন্যা সমে খসি পৰোহো সত্বৰ ॥ ৪০
আথে বেথে অৰ্জুনে থাম্প মাৰি ধৰে।
ৰাক্ষসীয়ো ধনু আগে ধৰে দৃঢ় কৰে ॥



দুইখান ধনু দুই ভ্ৰাতৃৰ হাতত।
হুহকি পৰিল পাচে দাৰুণ গৰ্তত ॥ ৪১

দুই বীৰে মিলি ধৰি অনেক টানিলা।
ভাগৰ লাগিয়া তুলিবাক নপাৰিলা ॥
যিটো বীৰে তুলি পৰ্বতক হানে দলি।
মনুষ্য মধ্যত তাঙ্ক সম নোহেৱলী ॥ ৪২

ধনঞ্জয় বীৰ তিনি জগতে বখানে।
ত্ৰাস হুয়া আছে হৰ যাহাৰ সন্ধানে ॥
হেন দুই বীৰক ৰাক্ষসী মায়াবলে।
পৃথিবী এৰায়া ছলি নিলেক পাতালে ॥ ৪৩

দেখা জন্মেজয় কৃষ্ণ লীলাৰ মহত্ব।
যাত হন্তে সৃষ্টি স্থিতি হোৱন্ত বেকত ॥
মহাপুৰুষৰ জানা ইচ্ছা মাত্ৰ কত।
দুই ভাই প্ৰবেশিলা দাৰুণ গৰ্তত ॥ ৪৪

ৰাক্ষসী শৰীৰ প্ৰকাশিয়া যায় জ্বলি।
বিজুলী চমকে আলাগতে নেই তুলি ॥
দিবা ৰাত্ৰি নজানয় গৰ্ত্তৰ ভিতৰে।
ছয় দিনে পাইলেক বিতল নগৰে ॥ ৪৫

দিব্যৰত্ন পুৰীখান বহল বিস্তাৰ।
সঞ্চাৰ নাহিকে তাত মনুষ্য প্ৰজাৰ ॥
নাহি দিন ৰাত্ৰি চন্দ্ৰ সূৰ্য্যৰ আভাস।
হৰিদ্ৰাৰ বৰ্ণ সিটো থানৰ প্ৰকাশ ॥ ৪৬

[ ৰাক্ষসীৰ ভীম-অৰ্জুনৰ লগত কথোপকথন ]

কান্ধৰ নমাই পাচে দুহান্তক থৈলা ।
দিব্যৰূপ ধৰি তাই মাতিবাক লৈলা ॥
তোমাসাক আনি আছো স্থানে আমাসাৰ ।
জীৱনক আশা তোৰা নকৰিবা আৰ ॥ ৪৭

অশ্বকৰ্ণ নামে মোৰ স্বামী ৰাক্ষসৰ ।
হেমা কন্যা নাম মোৰ জানা সাৰে সাৰ ॥
কোমল মানুষ্য দুয়ো দেৱতা উত্তম ।
তোমাসাক দেখি মোৰ মনে ভৈলা ভ্ৰম ॥ ৪৮

বৈশম্পায়ন বদতি শুনা নৰেশ্বৰ ।
হেন শুনি কোপে মাতিলন্ত বৃকোদৰ ॥
হা ওৰে পাপিষ্ঠি দুৰাচাৰী নিশাচৰী ।
আমাক আনিলি কেনে ঘোৰ মায়া কৰি ॥ ৪৯

কহো শুনা আমি ভীম অৰ্জুন মহত ।
ৰাক্ষস পিশাচ সমস্তকে কৈলো হত ॥
যুধিষ্ঠিৰ ৰাজাক বখানে দেৱগণে ।
আমি দুই বীৰ সম নাহি ত্ৰিভুৱনে ॥ ৫১

তোৰ সম ৰাক্ষসী কতবা কৈলোহত ।
তোৰ কাল ভৈলো এন্তে দাৰুণ গৰ্তত ॥
যাতো অপেস্বৰা বুলি ভাণ্ডনা কৰিলি ।
মন্দবুদ্ধি তই ইটো থানক আনিলি ॥ ৫১



এতিক্ষণে তোক আমি মাৰিবাক পাৰো ।
কিন্তু ই ঘোৰ গৰ্তত উঠিতে নাপাৰো ॥
শুনি মন কষ্ট ভৈলা ৰাক্ষসী হেমাৰ ।
ইহাৰ বধৰ ভাৰ লাগিবে আমাৰ ॥ ৫২

মনত বোলন্ত মোৰ অন্যায় মিলিল ।
আসম্বাৰ মহাপাপ আমাত লাগিল ॥
আৰ দুই বধ মোত সিজিল দুৰ্বাৰ ।
অশ্বকৰ্ণ স্বামী সমে ভুঞ্জিবেক আন ॥৫৩

ইহাৰ ৰক্ষাৰ কিছু নাহিকে শকতি ।
তাসম্বাৰ জন্ম কৰ্ম পুছোহো সম্প্ৰতি ॥
কতোবেলি মানে যায় মনত গুণিলা ।
কমল লোচন হেন অমৃত সিঞ্চিলা ॥ ৫৪

মাতিবে লাগিল তাই অল্প কৰি আতি ।
তোৰা দুহান্তৰ মোত কহা জন্ম জাতি ॥
কি কাৰণে বনত ফুৰাহা দুই জন ।
ভাৰ্য্যা পুত্ৰ আদি কিবা আছে বন্ধুজন ॥ ৫৫

ভীমে বোলে জানা তই নাৰী অল্পজন ।
তোৰ আগে কহিবাক কিবা প্ৰয়োজন ॥
তথাপিতো তই যেৱে পুছিলি বিনয় ।
অল্পমান কৰি তোত কহিবো নিশ্চয় ॥ ৫৬

যুধিষ্ঠিৰ ৰাজা পাণ্ডুবংশে জন্ম জাত ।
আন চাৰি ভ্ৰাতৃ আমি জগতে প্ৰখ্যাত ॥

জানা ভীমসেন মোক ত্রিভুৱনে জানি ।
বঘাসুৰ বনখান পুৰি আছো ছানি ॥ ৫৭
মোৰ ছোট ভাই এহি বীৰধনঞ্জয় ।
কৃষ্ণ সমে সখি তাৰ জানিবা নিশ্চয় ॥
জগতৰ নাথ যিটো দ্বাৰকা পুৰীৰ ।
লক্ষ্মী সম যাৰ ভাৰ্য্যা ষোড়শ হাজাৰ ॥ ৫৮
তেহো সমে সখি মোৰ এহি অৰ্জুনৰ ।
নছাবন্ত সঙ্গ তেহো বনৰ ভিতৰ ॥
দ্ৰুপদ ৰাজাৰ কন্যা ৰূপে গুণে খ্যাত ।
পৰম সুন্দৰী চন্দ্ৰমণ্ডলত জাত ॥ ৫৯
ধৰ্ম নৃপতিৰ সঙ্গে আছে সেহি ঠাই ।
যৰঞ্জা কুমাৰ আছে সেহি দুই ভাই ॥
পৰম বলীষ্ঠ বাসৱকো শঙ্কা নাই ।
যাজ্ঞসেনী সুন্দৰী যাৰ উপমা নাই ॥ ৬০
হেন শুনি হেমা কন্যা ভীমৰ বচন ।
মকমকি কৰি দুখে কৰিলা ক্ৰন্দন ॥
তাৰ দুখ দেখি চাহি আছে দুই ভাই ।
অৰ্জুনে মাতন্ত পাচে ৰাক্ষসীক চাই ॥ ৬১
কিসক কান্দস অৰে ঘোৰ নিশাচৰী ।
কহা কথা আমাত ক্ৰন্দন পৰিহৰি ॥
আনিয়াছা ঘোৰ মায়া কৰিয়া প্ৰচণ্ড ।
দাৰুণ কৰ্মত হুয়া আছা লণ্ড ভণ্ড ॥ ৬২



হেমা কন্যা বোলে দেৱ শুনিয়ো বচন ।
মোৰ কথা কহো যেৱে শুনা দুইজন ॥
কাৰণেসে তোমাসাক আনিছো ইঠাই ।
অৰণ্যে যাইতে পাৰা তোৰা দুই ভাই ॥ ৬৩
শুনা সৰ্বজন পদ পাতালী খণ্ডৰ ।
পাণ্ডৱৰ যশবাশি বধ ৰাক্ষসৰ ॥
কহয় ভাৰতচন্দ্ৰ কৃষ্ণৰ কিঙ্কৰে ।
বোলা হৰি হৰি সভাসদে সব নৰে ॥ ৬৪

## [ হেমা ৰাক্ষসীৰ পৰিচয় প্ৰদান ]

## দুলড়ী

মুনিয়ে বোলন্ত শুনা জন্মেজয়
আছিলেক কথা মত ।
পাচে হেমা কন্যা কহিবে লাগিলা
পূৰ্ব কথা অদভুত ॥
উশীনৰ নামে ৰাজা আছিলেক
ইন্দ্ৰ নোহে সৰি বৰি
পৰম প্ৰচণ্ড লক্ষেক নৃপতি
আছিলেক সেৱা কৰি ॥ ৬৫
মহা বিচক্ষণ বৃকোদৰ পুৰী
শঙ্কৰে বান্ধিয়া দিলা ।
ৰত্নময় পুৰী অলঙ্কৃত কৰি
চৌচাল গৃহ সাজিলা ॥

দিব্য পুৰীখান পৰম সুঠান
যঠি প্ৰহৰৰ পথ ।
চক্ৰাকাৰ কৰি বিশ্বকৰ্মে তাক
দিলা যেন পুষ্পৰথ ॥ ৬৬

পঞ্চখান দ্বাৰ বিচিত্ৰ কৰিয়া
স্ফটিক কপট দিলা ।
দিবস ৰজনী পৃথক নজানি
দেৱশিল্পীয়ে ৰচিলা ॥

ঘাট বাট কৰি ৰত্নময় পুৰী
নিৰ্মিলা উপমা নাই ।
হৰৰ কৃপাত পৰম যতনে
সাজে বিশ্বকৰ্মা ৰায় ॥ ৬৭

উশীনৰ ৰাজা ভাৰ্য্যা দুইশত
তান পুত্ৰ ষোল জন ।
সবাবো মধ্যত অপেস্বৰা গৰ্ভে
ভৈলো মই উতপন ॥

ষোল পুত্ৰমাজে মই জীউ মাত্ৰ
আমাক স্নেহ সবাৰ ।
পৰম যতনে বিচাৰি চাহিলা
আমাক লাগিয়া বৰ ॥ ৬৮

তাহাৰ মহত্ত্ব কতবা কহিবো
হৰ-গৌৰী প্ৰসাদত ।



আহোৰাত্ৰি যিটো ভকতি কৰন্ত
শঙ্কৰৰ চৰণত ॥
মহা মনোহৰ ঘৰ বাৰী কৰি
সজাইলেক ইটোথান ।
দশত মাহত অনন্ত প্ৰভুক
বাজাই ধৰে যোগান ॥ ৬৯

কোটি সহস্ৰেক পৰিষদ সমে
বাদ্য ভাণ্ড বোলে আতি ।
বৃষভত চড়ি আছন্ত গোসাই
লগত দেৱী পাৰ্বতী ॥

আমাক স্নেহত সখী বোলে ৰঙ্গে
আঙ্গুলি চুম্বন কৰি ।
মহামায়া দেৱী মোৰ নিজ প্ৰাণ
নাহি আন সম বৰি ॥ ৭০

এহি ভাৱে পিতৃ বহুত সম্ভাৱে
তাঙ্ক পূজি ৰঙ্গ মন ।
কতো বেলি থাকি দেৱ ত্ৰিপুৰাৰি
কৰন্ত পাছে গমন ॥
এহিমতে কতো কাল বহি গৈল
সহস্ৰ বিংশ বৎসৰ ।
সৰ্বকালে যুবা হুয়া থাকিবেক
মোহোক দিলন্ত বৰ ॥ ৭১

## [ হেমাৰ দ্বাৰা অশ্বকৰ্ণৰ বিৱৰণ কথন ]

### পদ

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
হেমা কন্যা উশীনৰ কথাক কহয় ॥
হেন শুনি ধনঞ্জয় বুলিলা বচন ।
আৰ পাচকথা কহো শুনাহা কাৰণ ॥ ৭২
মনুষ্যৰ নাৰী হুয়া আছাহা বেকত ।
কি কাৰণে হেন কাৰ্য্য কৰিলি সতত ॥
হেমা বোলে প্ৰভু এৰে কহো কথা সাৰ ।
যতেক আছয় সব কহিবাহো আৰ ॥ ৭৩
ভূমিতলে আছে দৈত্য দানৱসকল ।
বৰ বৰ বীৰসব যুদ্ধত সবল ॥
অশ্বকৰ্ণ নামে এহি ৰাক্ষস দুৰ্বাৰ ।
বিধবা ব্ৰাহ্মণী গৰ্ভে জনম তাহাৰ ॥৭৪
দৈত্যৰ ঔৰষে ব্ৰাহ্মণীৰ জন্ম তাৰ ।
শঙ্কৰক অশ্বকৰ্ণে পূজিলা বিস্তৰ ॥
তান্ত বৰ পায়া আছে ত্ৰৈলোক জিনিতে ।
কাৰো হাতে বধ তাৰ নাহি কদাচিতে ॥ ৭৫
তাৰ মৰণৰ ছিদ্ৰ মনুষ্যত থৈলা ।
এহিমতে কথা তাৰ শুনা যেন ভৈলা ॥
নৰ নাৰায়ণে ভাৰ হৰিবাক তৰে ।
যিকালত ভাৰতত আসি জন্ম ধৰে ॥ ৭৬



সিসবৰ হাতে তাৰ মৰণ হৈবক ।
এহি বৰখানি ছিদ্ৰ শঙ্কৰে থৈলেক ॥
দৈত্যৰ পুৰীত সিটো ৰাজা হুয়া ৰৈলা ।
বৰ পায়া দুৰাচাৰ কাকো নগনিলা ॥ ৭৭
বলে জিনি দৈত্য দানৱক বিনাশয় ।
বৰৰ প্ৰভাৱে সিটো কাকো নগনয় ॥
সব দৈত্য বীৰগণ একমতি কৰি ।
যুদ্ধক ডাকিলা অস্ত্ৰ-শস্ত্ৰে শীঘ্ৰ কৰি ॥ ৭৮
সেহি ৰণে বহুত যে দৈত্য বধ ভৈল ।
বৰ বৰ দানৱ সবৰ মৃত্যু হৈল ॥
সবে মিলি তাঙ্ক একা খেদিয়া দিলন্ত ।
কতো দিনে ভ্ৰমি পাচে নগৰ লৈলন্ত ॥ ৭৯
যতেক আছিলা মানে হয় হস্তীচয় ।
সবাকো মাৰিয়া পঠাইলা যমালয় ॥
আমাৰ পিতৃত ৰণ মাগিলন্ত পাচে ।
সব ৰাজগণে ৰণ দিলা যুদ্ধ কাছে ॥ ৮০
বহুকাল যুদ্ধ কৰি তাহাক জিনিলা ॥
সমস্ত ৰাজাক যাই বিনাশ কৰিলা ॥
ইটো ৰাজ্য অপ্ৰকাশ ভৈলেক লোকৰ ।
দেৱীৰ বৰত দেহা বহিলেক মোৰ ॥৮১
সৰ্বস্থানে ফুৰো আমি আহাৰ বিচাৰি ।
শিখি আছো মায়া মই এৰিতে নপাৰি ॥

এতেকেসে আছো মই ইহাৰ লগত ।
আৰো ষোল ভ্ৰাতৃ আছে হৰৰ লগত ॥ ৮২
তোমাসাক জানো নৰ নাৰায়ণ দুই ।
ভূমিভাৰ হৰি ফুৰা একস্থান হুই ॥
এতেকে তোমাক মই ইথানে আনিলো ।
তাৰ এৰে মৃত্যু মই অৰণ্যে জানিলো ॥৮৩

## [ অশ্বকর্ণৰ ওচৰত ভীম-অর্জুনৰ সাক্ষাত ]

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
দেখা কেনে ঈশ্বৰৰ লিখিত নিশ্চয় ॥
ৰাজাৰ কুমাৰী হেমা যিসব কহিলা ।
মনে মনে দুই বীৰে গুনিতে লাগিলা ॥ ৮৪
ইসব শুনিয়া কেনমতে বহি থাকা ।
বিধিৰ নির্বন্ধ যিটো আছে ঘটিবেক ॥
আৰো কোন কর্ম হোৰে তাহাক নজানে ।
কৃষ্ণৰ মহিমা তাক জানিবেক কোনে ॥৮৫
এহি বুলি দুই বীৰে কহি মাত কথা ।
পাচে ধনঞ্জয় হেন পুছিলাহা তথা ॥
কোন স্থানে লৈয়া যাবা এৰে আমাসাক ।
হেমা বোলে মাৰিবাক লাগে অসুৰক ॥৮৬
কিন্তু ইটো কথা মই জানিবাক লাগে ।
জানিলেসে মোৰ মৃত্যু হৈবে সর্ব আগে ॥



ভীমসেনে বোলে আগে ঠেকাও তাহাৰ ।
তেৰেসে আমিও তোৰ সাধো প্ৰতিকাৰ ॥ ৮৭
এহি বুলি উত্তৰক কৰিলা গমন ।
কতো বেলি পাইলা গৈয়া দিব্যপুৰীখান ॥
হৰিদ্ৰা বৰণ যেন আগত আছয় ।
চৌছাল ঘৰক যেন প্ৰকাশ কৰয় ॥ ৮৮
মাণিকে ৰচিত ঘৰ দেখিতে শোভন ।
সৰোবৰ তাৰ মাজে আছে বিতোপন ॥
ৰত্নৰ দীপিতি জ্বলে চাহন নযায় ।
তিনি দ্বাৰ এৰাই গৈলন্ত দুই ভাই ॥ ৮৯
পর্বত সমান ঘৰ জ্বলে চন্দ্ৰ সম ।
আছয় তানিয়া চন্দ্ৰতাপ অনুপাম ॥
তাৰ একদ্বাৰে বৃদ্ধ ৰাক্ষস আছয় ।
কৃষ্ণ পর্বতৰ সম দেখি লাগে ভয় ॥ ৯০
স্থূলন্তৰ মস্তক বহল দুই কর্ণ ।
দুই গোট চক্ষু যেন অগণিৰ বর্ণ ॥
নাকৰ বতাস হৰহৰে চেঞ্চাৰয় ।
শ্বেত কর্ণ দন্তসব দেখি লাগে ভয় ॥ ৯১
ডাঙৰ দীঘল শালবৃক্ষ নহে তুল ।
এক নখ হোৰে যেন হৰৰ ত্ৰিশূল ॥
জিহ্বাখান তাহাৰ যেহেন ৰাজ আলি ।
গৰ গৰ কৰি মাতে পেট গোট খালী ॥ ৯২

বসিয়া আছয় যেন উচ্ছল পৰ্বত ।
একেবাৰে খাইতে পাৰে সকলো জগত ॥
কতো বেলি দূৰে থাকিলন্ত দুই ভাই ।
অনন্তৰে হেমা সমীপ লৈলন্ত যাই ॥ ৯৩
দুইকো দেখিয়া হাসিলন্ত খলাখলি ।
বহিলেক দুয়ো বীৰ তাহাক আকলি ॥
মহাকোপে ভীমৰ কম্পিল সৰ্বকায় ।
আৰকত আখি মুখ চাহন নাযায় ॥ ৯৪
ৰাক্ষসে মাতিয়া সোধে হেমা প্ৰতি চাই ।
কোনবা মনুষ্য আনি আছা এহি ঠাই ॥
কোমল মনুষ্য খাই তৃপিতি পলাবো ।
কতবা দিনৰ মই ক্ষুধা নিবাৰিবো ॥ ৯৫
হেমা বোলে পৃথিৱীৰ এহি নৰ দুই ।
হৰি আনি আছো আমি অপেস্বৰা হুই ॥
খাইবে নলাগে মনুষ্যক ৰক্ষা কৰা ।
তাসম্বাত পুছি ভাল মন্দক বিচাৰা ॥ ৯৬

## [ অশ্বকৰ্ণৰ লগত ভীম অৰ্জুনৰ যুদ্ধ ]

মুনিয়ে বোলন্ত ৰাজা শুনা আতপৰ ।
এইটো ৰাক্ষস বুঢ়া সত্তৰি যুগৰ ॥
ভীমসেনে সম্বোধিয়া বোলয় বচন ।
দুৰ্জন ৰাক্ষস এহি পুছা কি কাৰণ ॥ ৯৭



তুমি আসি পাশ হৈ থাকিবা আমাৰ ।
ৰাক্ষসৰ মৃত্যু আজি চাপিল ওচৰ ॥
উশীনৰ ৰাজ্যখান উচ্ছন্ন হইল ।
আজি অন্তকাল তোৰ আসিয়া মিলিল ॥ ৯৮
তোৰ কাল পাণ্ডুপুত্ৰ ভীম মোৰ নাম ।
বংশ বিনাশক এই অৰ্জুন উপাম ॥
শুনি দুষ্ট ৰাক্ষস উঠিলা তেতিক্ষণে ।
অৰ্জুন ভীমক ধৰিবাক গৈলা মনে ॥ ৯৯
ধনঞ্জয় বীৰে শুনি মনত ধিয়াই ।
হৰি হৰি আমাসাৰ গদা ধনু নাই ॥
বিনা অস্ত্ৰে আজি কেনে সমৰ কৰিবো ।
ত্ৰিশিৰা ৰাক্ষসতাঙ্ক কিমতে বধিবো ॥ ১০০
এতহন্তে নিশাচৰ সমীপ চাপিল ।
তাহাৰ আগত গৈয়া থিয় হৈয়া ৰৈল ॥
ত্ৰিশূল সদৃশ নখ হাতক মেলিল ।
ধৰিবাক লাগি যেন চমক লাগিল ॥ ১০১
তাহাৰ হাতত ভীমে ধৰি মহা বলে ।
দিলন্ত আজোৰ বাহু ছিঙ্গিবাক মনে ॥
শৰীৰৰ বলে লাৰিবাক নপাৰিল ।
মনে ভাবে কিনো আজি অন্যায় মিলিল ॥ ১০২
মোহোৰ বলত তাক লাৰিবে নপাৰো ।
নাহি ধনু গদা আদি কিমতে বা মাৰো ॥

চাৰি দিশে চাই কৈত গদা নাহি পায় ।
গৃহত ফটিক স্তম্ভ দেখি লাগে ভয় ॥ ১০৩
আকাশ লঙ্ঘিয়া আছে চৌচাল গৃহৰ ।
নিৰ্মাণ কৰিয়া আছে মাণিক গৃহৰ ॥
তাক ভাঙ্গিবাক লাগি শকতি কাহাৰ ।
হেন দেখি মহাবেগে দিলন্ত লৰৰ ॥ ১০৪
একগোট গৃহৰ যে স্তম্ভত ধৰিলা ।
শৰীৰৰ বলে তাক আজোৰ মাৰিলা ॥
নপাৰিল ভাঙ্গিবাক বিবুদ্ধি যে ভৈল ।
পুনঃ গদা বিচাৰিয়া ভিতৰক গৈল ॥ ১০৫
বোলে আমাসাৰ আজি মৰণ মিলিবো ।
অস্ত্র গদা নাহিকয় কিমতে যুজিবো ॥
ইথানত কাষ্ঠ আৰু শিলা খণ্ড নাই ।
এহি বুলি ঘনে ঘনে গৃহ ফুৰে চাই ॥ ১০৬
যোজনেক মানে বীৰে লৰৰি ফুৰিলা ।
অন্তঃপুৰে গৈয়া ঘোৰ শিলাখণ্ড পাইলা ॥
ক্ষুদ্র পৰ্বতেক প্ৰায় পৰিয়া আছয় ।
ধম ধম কৰি তাত অগনি উধায় ॥ ১০৭
দুয়ো হাতে ধৰি তাক দৃঢ় বল দিয়া ।
দাৰুণ সন্ধানে সিটো মাজতে ভাঙ্গিলা ॥
ডেৰ দিয়া তাক আলগতে তুলি লৈলা ।
পুনৰপি পালটিয়া দেখিয়া আসিলা ॥ ১০৮



জাম্প মাৰি ভীমকৰে ধৰিবাক যায় ।
ওচৰত নাহি ভীম নিলগে পলায় ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
লৰিবাক দেখি ভীম ৰাক্ষসে খেদয় ॥ ১০৯
ৰহ মনুষ্যৰ ছাৱা আজি কৈক যাহ ।
ভিতৰ গৃহক লাগিকিসক চলহ ॥
লৰিবাক নপাৰয় বৃদ্ধ কলেৰৰ ।
শিল লৈয়া পালটি আসিল বৃকোদৰ ॥ ১১০
আগবাঢ়ি বৃকোদৰে যেৱে খেদি যায় ।
হানিলেক শিলাখণ্ড আকাশে উধায় ॥
দেখিয়া ৰাক্ষসে আকাশতে হাত মেলি ।
ধৰিলেক শিলগোট লাম্ফ দিয়া তুলি ॥ ১১১
উলটি মাৰিলা শিল আকাশে প্ৰচণ্ড ।
মনুষ্যৰ ছাৱা আজি কৰো লণ্ড ভণ্ড ॥
আপুনাৰ দোষে তই আপুনি যে মৰ ।
খাইবাক লাগে তোক কিবা চাও আৰ ॥ ১১২
হেন শুনি কুন্তীৰ তনয় মহাবলী ।
মহাক্ৰোধে শিলগোট মাৰিলেক তুলি ॥
পালটি আসিয়া শিল দূৰতে থাকিল ।
আকাশ ছানিয়া হাতখনকে তুলিল ॥ ১১৩
ডেৰ দিয়া শিলগোট আলগে ধৰিলা ।
পুনু উপৰক লাগি হানিয়া পঠাইলা ॥

বেগে গৈয়া ৰাক্ষসৰ হিয়াত পৰিল ।
কিছোমান বীৰে পাছে থমকি ৰহিল ।। ১১৪
দাৰুণ দুৰ্জয় বীৰ বলত গহীন ।
পাচক হুহকি বীৰ গৈল কতোমান ।।
গিৰিসাই শিলাখণ্ড ভূমিত পৰিল ।
তল-বল কৰি সিটো নগৰে লৰিল ।। ১১৫
ৰাক্ষসে মনত গুণে কিনো বলীয়াৰ ।
মোৰ মনে অন্যে আৰো নসহে প্ৰহাৰ ।।
শূন্য হাত ভৈল পুনু কুন্তীসুত বলী ।
দেখিয়া ৰাক্ষসে হাসিলেক খলখলি ।। ১১৬
চাৰি পাশে চাই পাচে কুন্তীৰ কুমাৰ ।
নাহিকয় একো শূন্যহাত মাত্ৰ সাৰ ।।
ধৰিবাক মনে যেন ৰাক্ষসে খেদয় ।
বৃকোদৰে বোলে মোৰ মৰণ মিলয় ।। ১১৭
হা হৰি কোনে মোক কৰিবে উদ্ধাৰ ।
গদাঘাতে ইহাৰ ছিঙ্গিবে পাৰো মূৰ ।।
নজানো বিধাতা কত দুখক লিখিলা ।
ধৰিবাক লাগি তেৰে চমক লাগিলা ।। ১১৮
একগোট স্তম্ভে যায় আজোৰ মাৰিলা ।
বজ্ৰসম স্তম্ভ তেৰে খসিয়া পৰিল ।।
তাক ধৰি তুলি কোৰ দিলা যেৰে বেগে ।
বৰ ক্ৰোধে কোবেক মাৰিলা সেহি ছেগে ।। ১১৯



বজ্ৰৰ উপৰে হেন বজ্ৰক হানিলা ।
তাহাৰ কোবত তাৰ লোম নলৰিলা ।।

[ বৃকোদৰক হৰৰ শৰণ লবলৈ হেমাৰ অনুৰোধ ]

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
বেণু বেণু দেখি তাত অৰ্জুন আছয় ।। ১২০
হেমা বোলে প্ৰভু তুমি বাক্য ধৰা মোৰ ।
একান্তে শৰণ লোৱা চৰণে হৰৰ ।।
কৃপালু দেৱতা তেহো ভকতৰ বশ্য ।
ভকতৰ বাক্যে তুষ্ট হৈবন্ত অৱশ্য ।। ১২১
বলে পৰাক্ৰমী অস্ত্ৰ-শস্ত্ৰ লাগে হাত ।
প্ৰাৰ্থিলে মাত্ৰকে প্ৰভু দিৱন্ত সমস্ত ।।
অস্ত্ৰ-শস্ত্ৰ নাই তাতে ৰাক্ষস দুৰ্বাৰ ।
মহা পৰাক্ৰমী সিটো বীৰ মধ্যে সাৰ ।। ১২২
অৰ্জুনে বোলন্ত কথা কহিলাহা ভাল ।
আমাৰ বিহনে যেন দদা পাৰে কাল ।।
শঙ্কৰৰ পাশে যদি গদা ধনু পাই ।
তৈৱ হন্তে আনি কিনো উৰুৱাইবো ছাই ।। ১২৩
যি কহিলা সত্য কথা আমাৰ আগত ।
দাৰুণ ৰাক্ষস বধ যাইবে কেনমত ।।
আন কোন হেতু যদি জানাহা সুন্দৰী ।
তাহাৰ কাৰণ মোত কহা নিষ্ঠ কৰি ।। ১২৪

[ হেমাৰ দ্বাৰা অৰ্জুনৰ আগত বৰাহবিষ্ণুৰ গদাৰ সংবাদ কথন ]

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
ৰাজাৰ কুমাৰী হেমা অৰ্জুনে কহয় ॥
শুনিয়োক দেৱ এক কহো গোপ্য কথা ।
অসুৰ সংহৰি পাচে যেন ভৈল কথা ॥ ১২৫
সহস্ৰ বৎসৰ মানে ঘোৰ যুদ্ধ ভৈল ।
তথাপিতো অসুৰৰ বল নুটুটিল ॥
দৈত্যভয় নাশ হেতু বৰাহ মাধৱে ।
অৱতৰি মাৰিলেক দৈত্য গদা ঘাৱে ॥ ১২৬
দৈত্যক বধিয়া পাচে গৈলা নাৰায়ণ ।
ৰহিলেক গদাখান পৰি সেই স্থান ॥
আমাৰ পিতৃয়ে পাচে সেহি গদা পাই ।
ইথানত থৈয়া আছে গৃহক সজায় ॥ ১২৭
কিন্তু তাক দাঙ্গিবাক শক্তি কাৰো নাই ।
ষাঠি অৰ্বুদেক লোকে আনিছে ই ঠাই ॥
পূজা দিয়া পিতৃ গৃহ সাজিয়া ৰাখিলা ।
এহিকথা পূৰ্বে পিতৃ আমাত কহিলা ॥ ১২৮
পৰম ৰহস্য কথা কেহো নজানয় ।
তোমাৰ আগত ইটো কহিলো নিশ্চয় ॥
দেৱৰ ৰহস্য কথা কহিলো তোমাত ।
ধৰিবাক আছে যদি শকতি সাক্ষাত ॥ ১২৯



তেৱে তোমাসাক মই দেখাইবে পাৰো ।
বহুদূৰে আছে সিটো সেহি ভয় কৰো ॥
পাচত ৰাক্ষসে মোক বিচাৰি নাপাই ।
আসি তুহান্তক সিটো মাৰিবেক খাই ॥ ১৩০

[ হেমাৰ সহায়ত অৰ্জুনৰ বৰাহ-বিষ্ণুৰ গদাৰ ওচৰলৈ গমন ]

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
কুমাৰী কহিলা কথা আতি গুপ্তময় ॥
ধনঞ্জয় বোলে শুনা ৰাজাৰ কুমাৰী ।
কতোবেলি মানে তৈক যাইবাক পাৰি ॥ ১৩১
হেমা বোলে হয় পথ দুই যে দিনৰ ।
কিন্তু আমি সমে গৈলে দুই যে প্ৰহৰ ॥
অৰ্জুনে বোলয় চলা দেখোহো গদাক ।
যদি বিচাৰিয়া পাও নাহি ভয় তাক ॥ ১৩২
যেনতেন মতে তাক কৰিবো বিনাশ ।
অনন্তৰে ধৰিলেক হেমা মায়াবেশ ॥
সন্মুখে পাৰ্থক ধৰি উপৰে উৰিলা ।
ৰাজ-সিংহদ্বাৰ তিলেকতে এৰি গৈলা ॥ ১৩৩
যেহেন গৰুড়ে গিৰিশৃঙ্গ ঠোটে লৈলা ।
অৰ্জুনক ধৰি আলাগতে তুলি নিলা ॥

আকাশ গমনে যাই গদা ধনু পালা ।
বাছি বাছি ধনু কাড় সমস্তকে লৈলা ॥ ১৩৪
সাজি আছে গৃহখান শত প্ৰহৰৰ ।
কৰয় প্ৰকাশ বত্ন হীৰা মাণিকৰ ॥
উত্তৰৰ দিশে গদাগৃহ সাজি আছে ।
বজ্ৰলৌহ কৰি তাত অষ্ট ধাতু দিছে ॥ ১৩৫
চাহিতে নপাৰি বশ্মি কৰে তিৰিমিৰি ।
যেন মেৰু শৃঙ্গ সব তৈত আছে পৰি ॥
অৰ্জুনে দেখিলা তাক সচকিত মনে ।
মনুষ্য শকতি তাক ধৰিবেক কোনে ॥ ১৩৬
যদিবা শকতি দেন্ত বৰাহ গোসাই ।
দুৰাচাৰ ৰাক্ষসক বধো তেৱে মই ॥

## [ অৰ্জুনৰ বৰাহ-বিষ্ণু স্তুতি ]

এহি বুলি নমস্কাৰ কৰি বীৰবৰে ।
বৰাহ-বিষ্ণুৰ নাম ধৰি তুতি কৰে ॥ ১৩৭
নমো দৈত্যৰিপু দেৱ ধৰণী উদ্ধাৰ ।
তুমি কৰি আছা যেন সবে উপকাৰ ॥
বিশাল দন্তৰ আগে ধৰণী উদ্ধাৰি ।
মাৰিলা কশিপুদৈত্য বৰাহ মুৰাৰি ॥ ১৩৮
ঘোৰ নিশাচৰে মাৰে আমি দুই ভাই ।
তুমি বিনে ৰাখন্তা নাহিকে ইটো ঠাই ॥



ইটো কৃষ্ণ আছে হেন ৰূপ অৱতৰি ।
তান অংশে আসিয়ো বৰাহ ৰূপ ধৰি ॥ ১৩৯
পাণ্ডৱক ৰাখিয়া ফুৰাহা সৰ্বক্ষণ ।
ইবেলি বৰাহ ৰূপে কৰিয়ো ৰক্ষণ ॥
হেন বৰাহৰ পাৱে কৰো নমস্কাৰ ।
দিয়োক শকতি গদা ধৰিবে তোমাৰ ॥ ১৪০
এহিৰূপে কৰে আন বহু তুতি-নতি ।
মুনিয়ে কহন্ত কথা শুনিয়ো নৃপতি ॥
অনন্তৰে অন্তৰীক্ষে বৰাহ মুৰাৰি ।
অৰ্জুনক মাতিলন্ত দেৱমায়া কৰি ॥ ১৪১
যি বুলিলা কুন্তীসুত সাৰ্থক জীৱন ।
তোমাৰ বচনে মোৰ ৰঙ্গ ভৈল মন ॥
এহিসে কাৰণে তোমাসাৰ অৱতাৰ ।
আমি তাক জানিলোহো কি বুলিবো আৰ ॥ ১৪২
দিলোহো শকতি গদা লৈবো ভীমসেনে ।
সমৰৰ বেলা মই দিবোহো আপুনে ॥
এহিবুলি মৌন ভৈলা বৰাহ মুৰাৰি ।
অৰ্জুন বোলয় আৱে শুনাহা কুমাৰী ॥ ১৪৩
আহা আমি চলি যাও সিদ্ধি প্ৰয়োজন ।
কৰযোৰ কৰি হেমা বুলিলা বচন ॥
ৰাজাৰ কুমাৰী মই কন্যা উশীনৰ ।
মোক দাসী কৰা এৱে পাণ্ডুৰ কুমাৰ ॥ ১৪৪

অৰ্জুনে বোলয় কথা নকহিবি আৰ ।
ৰাক্ষসক মাৰি সবে সাধো প্ৰতিকাৰ ॥
পূৰ্ববতে হেমা গৈয়া পালা সেহি ঠান ।
ভীম অশ্বকৰ্ণে তৈত কৰন্ত সন্ধান । ১৪৫

## [ ভীম-অশ্বকর্ণৰ যুদ্ধ ]

জন্মেজয় বোলে গুরু সন্তুষ্ট হইয়া ।
কহা আগে দুই বীৰে কি কৰিলা গৈয়া ॥
তাক কহিয়োক মোক শুনো ৰঙ্গ মনে ।
মহা পুণ্য কথা পাণ্ডৱৰ গুণ গানে ॥ ১৪৬
শুনা মহাৰাজা জন্মেজয় মহীপাল ।
স্তম্ভৰ কুৰত বৈলা ৰাক্ষস বিশাল ॥
দেখি কুন্তীসুত বীৰে বাহু তুলি বৰ ।
তাহাৰ হিয়াত কোৰ দিলন্ত ডাঙ্গৰ ॥ ১৪৭
ভীমৰ বিষম কোৰে কম্পিল হৃদয় ।
তাহাক দেখিয়া অশ্বকর্ণেও গর্জয় ॥
কিনো মনুষ্যৰ শিশু বলত দুর্জয় ।
ইহাৰ হাতত আজি মিলিল প্রলয় ॥ ১৪৮
পূর্বে মোৰ ছিদ্র থৈলা মনুষ্যৰ হাতে ।
মৰণ মিলয় জানো ইহাৰ হাততে ॥
এহি মনে গুনি ক্রোধে আগবাঢ়ি যায় ॥
ভীমৰ হাতত পাচে ধৰিলা জম্পায় ॥ ১৪৯



টানা টানি কৰি বীৰে এৰাইতে নপাৰি ।
মাৰিলা চাপৰ পাচে ধৰি দৃঢ় কৰি ॥
ত্রিশূল সদৃশ তাৰ নখ বাঢ়িছয় ।
ৰখালি ফেলিলা পাচে ভীমৰ হৃদয় ॥ ১৫০
গিৰ গিৰ ৰুধিৰ বহয় ধাৰাসাৰ ।
শৰীৰৰ বিষে আতি দেখে অন্ধকাৰ ॥
এৰিতে নপাৰি তাৰ হাত বজ্র সম ।
মর্ম স্থানে তাক লাঠি মাৰিলন্ত ভীম ॥ ১৫১
ভাঙ্গি গৈলা কোষ তাৰ এৰিলা হাতৰ ।
বিষৰ জালত কম্পে সর্ব কলেৱৰ ॥
ধৰফৰ কৰি- সিটো অন্তৰে ৰহিলা ।
নখাঘাতে ভীমৰ যে শৰীৰ ব্যাপিলা ॥ ১৫২
দুয়োজনে অন্তৰীয়া বিদূৰে ৰহিলা ।
মনে মনে গুণে ভীমে বিষম মিলিলা ॥
এতহন্তে ধনঞ্জয় পালটি আসিলা ।
পৰি আছে বৃকোদৰ তাহাক দেখিলা ॥ ১৫৩
মর্মস্থানে প্রহাৰন্তে ৰাক্ষস কম্পয় ।
ওচৰ চাপিয়া যায় বীৰ ধনঞ্জয় ॥
সাৰটি ধৰিয়া পাচে মুছিলা ৰুধিৰ ।
কিছুক্ষণে সুস্থ ভৈলা বায়ুসুত বীৰ ॥ ১৫৪
বোলে বাপু প্রাণ যায় আমাৰ সমূলি ।
দাৰুণ ৰাক্ষসে মাৰিলেক নখে খুলি ॥

একখণ্ড মাংস তাৰ নখতে উঠিলা ।
মোহোৰ শৰীৰ বিষে আগনি জ্বলিলা ॥ ১৫৫
এতেহন্তে মূৰ্চ্ছা গৈলা বীৰ বৃকোদৰ ।
নিস্পন্দ বদন আতি শৰীৰ তাহাৰ ॥
নাহিকয় জলকণা নগৰ ভিতৰে ।
হেমা কুমাৰীৰ দুখ ভৈলা বহুতৰে ॥ ১৫৬
হায় বিধি কিনো মোৰ কপালে লেখিলা ।
ইহাৰ হাতত ভীমে দেহা হৰুৱালা ॥
উত্তম পুৰুষদ্বয় হৰিয়া আনিলো ।
দেহ প্ৰাণ সমে তাত ভৰসা কৰিলো ॥ ১৫৭
ৰুধিৰে জাল্টিলা দেহা হৈল জৰ জৰ ।
জলকণা নাহিকয় জিহ্বাৰ উপাৰ ॥
আছয় সুগন্ধ জল দিবো কেন কৰি ।
চাহি আছে ৰাক্ষসে খাইবে মাৰি ধৰি ॥ ১৫৮
যদি তোৰা সবে বিনাশিতে নপাৰয় ।
খাইবে আমাক সিটো কহিলো নিশ্চয় ॥
কিন্তু মহাপাপ মোত সিজিলন্ত তান্তে ।
তোমাসাৰ বধ ভাগ মিলে মোত হন্তে ॥ ১৫৯
হৰি হৰি কিনো মোৰ অভাগ্য কপাল ।
বজ্ৰৰ উপৰে বজ্ৰ দিলন্ত বিশাল ॥
শুনা সভাসদ পদ পাতালী খণ্ডৰ ।
দেখা স্ত্ৰী জাতিৰ কেনে পাতকক ডৰ ॥ ১৬০



হেন জানি প্ৰাণী হিংসা এৰি আনমত ।
সদায় কৃষ্ণৰ নাম লৈয়োক মুখত ॥
বদতি ভাৰতচন্দ্ৰ এৰি আন কাম ।
হৰি পদে মন সপি বোলা ৰাম ৰাম ॥ ১৬১

## [ হেমাৰ বিলাপ ]

### লেছাড়ী

মুনিয়ে কহন্ত নৃপতিত শুনা জন্মেজয় স্থিৰচিত্ত
উশীন-নন্দিনী বিলাপ কৰয় তথাত ।
মোহোৰ মনৰ দুখয়ে কাহাত কহিবো কোনে সয়
হেন কুলক্ষণী মই ভৈলোহো সাক্ষাত ॥
বহুত নৃপতি খুজিলন্ত তথাপি পিতৃয়ে নিদিলন্ত
মোহোৰ যজ্ঞৰ বৰ নপালা বিচাৰি ।
সভাৰ মধ্যত মনোহৰ ভ্ৰাতৃগণ মাজে শ্ৰেষ্ঠতৰ ।
এবে নাম লৈলো মই ৰাক্ষসৰ নাৰী ॥ ১৬২
হেমাশ্ৰয়া নিশাচৰী নাম থৈলেক মোহোৰ মন্দকাম
ইহাক বোলন্তে মাৰিবাক মোৰ লাজ ।
অতনো কথাক গুণি মনে জীৱনক মোৰ কি কাৰণে
মৰি যাও নিমাহুতি হৌক যমৰাজ ॥
ইটো দুই নৰনাৰায়ণ পৃথিৱীত আতি বিতোপন
এৰেসে হৰিবে দানৱৰ ভূমিভাৰ ।
নজানো ইসব দুহান্তৰ চিন্তিবে পাৰয় কোনেমাৰ
ৰাক্ষসক মাৰি সাধিবেক প্ৰতিকাৰ ॥ ১৬৩

এহিমতে হেমা নানাভাৱে বিলাপ কৰয় সেহি ঠাৱে
তাৰা দুহান্তৰ দুখ দেখি বিপৰীত ।
শোকে তলবল কৰি দেহা জল দিবে কৰিলেক সাহ
মৃত্যুক নগণি স্থিৰ কৰিলন্ত চিত্ত ॥

## [ হেমাৰ দ্বাৰা ভীমৰ শুশ্রূষা ]

পদ

বৈশম্পায়ন বদতি শুনা মহাৰায় ।
ক্রোধ কৰি ৰাক্ষসে আছয় দুখ পায় ॥ ১৬৪
শৰীৰৰ বিষে যেন যায় যমলোক ।
থমকি ৰহিলা বিষে কৰে থকবক ॥
ভীমৰ গাৰৰ বিষ নখাঘাত পাই ।
নিস্পন্দ বদন গাৱে অগনি উধাই ॥ ১৬৫
ৰাজাৰ কুমাৰী হেমা সুৱৰ্ণ কুম্ভত ।
কলসে সুগন্ধি জল কৰে সুশোভিত ॥
মৰণক নাপেক্ষিয়া সুমৰি তাহাক ।
জল আনিবাক মনে গৈলাহা গৃহক ॥ ১৬৬
জল আনি ঢালিলন্ত ভীমৰ মাথাত ।
জুৰ ভৈল্পা দেহা বিষ নাহিকে গাৱত ॥
যেন মহাৰোগত যে বিশল্যকৰণী ।
গুচিলেক বিষ খাও শুখিলেক পানী ॥ ১৬৭



## [ অশ্বকর্ণৰ তর্জন-গর্জন ]

দেখিলা ৰাক্ষসে হেমা মনুষ্যৰ সঙ্গে ।
আৰকত আখিদন্ত ছোবাৰন্ত খঙ্গে ॥
ডাক দিয়া বোলে শুন মনুষ্য দুষ্টালি ।
আপুনাৰ দোষে তই আপুনি মৰিলি ॥ ১৬৮
মোহোৰ আগত তই নৈলি মানুষক ।
তোৰা তিনিজনে আজি ভেজো যমলোক ॥
মহাভয়ে হেমাৰ কম্পিল সৰ্বকায় ।
ধীৰে ধীৰে থমকিয়া অন্তৰি পলায় ॥ ১৬৯
মুনিয়ে বোলন্ত জন্মেজয় মহামতি ।
অন্তৰি ৰহিলা হেমা ভয় হুয়া আতি ॥
ক্রোধৰ বেগত যেন ৰাক্ষস্ দুৰ্বাৰ ।
আনয় পৰিঘা যেন লাখুটি তাহাৰ ॥ ১৭০
দীৰ্ঘে ষোল হাত হোৱে সদৃশ বজ্রৰ ।
দাৰুণ দুৰ্জয় তাক দেখি গুৰুতৰ ॥
হেন মহা পৰিঘা ধৰিয়া মহাবেগে ।
ভীমক খেদিয়া যায় মাৰিবাক ছেগে ॥ ১৭১
পৰিঘা কোবাই আজি তিনিকো মাৰিবো ।
আমাৰ আগত বৰ মানুষ বোলাবো ॥
এহি বুলি পৰিঘা ধৰিয়া খেদি যায় ।
অর্জুনে বোলয় দদা মোহোক কুবায় ॥ ১৭২

ভীমে বোলে বাপু মোৰ কোন বুদ্ধি নাই ।
অস্ত্র শস্ত্র শূন্য হাত মোৰ কি হৈবো উপায় ॥
শুধা হাতে বাপু আমি কিমতে যুজিবো ।
অৱশ্য জানিলো আজি মৰণ মিলিবো ॥ ১৭৩

## [ অৰ্জুনৰদ্বাৰা বৰাহ-বিষ্ণুৰ গদাৰ সংবাদ প্ৰদান ]

অৰ্জুনে বোলয় দদা কহো এক কথা ।
বৰাহ-বিষ্ণুৰ গদা আছে এক এথা ॥
ডাঙ্গৰ দীঘল গদা পৰ্বত আকাৰ ।
দেখিলেক মাত্ৰকে শ্ৰুতি নথাকে গাৰৰ ॥ ১৭৪
বিশ্বকৰ্মা স্ৰজিয়াছে পৰম যতনে ।
বজ্ৰ লৌহময় সাজি আছে ইটো থানে ॥
দিন ৰাতি নজানয় সূৰ্য্যসম জ্বলে ।
চাহিয়া থাকিলে যেন গতি কৰি চলে ॥ ১৭৫
কাচ প্ৰস্তৰৰ গৃহ সাজি ভয়ঙ্কৰ ।
উশীনৰ ৰাজাই থৈলা তাহাৰ ভিতৰ ॥
আচোক চুইবে তাক দেখি লাগে ভয় ।
ত্ৰিভুৱন লোকে ইটো চাইবে নপাৰয় ॥ ১৭৬
হেমা কন্যা আমাক দেখাইলেক নিয়া ।
কাকূতি কৰিলো পাচে প্ৰণাম কৰিয়া ॥
অনেক বচন পাচে তথাত শুনিলো ।
গদা দিবো বুলি তেহো আমাত কহিলা ॥ ১৭৭



পুনৰ্বাৰ হেমা সমে ইথানে আসিলো ।
যি বেলাত কৰা যুদ্ধ তাক নেদেখিলো ॥
বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
কোনে কহি পাৰে অন্ত পাণ্ডৱ সবৰ ॥ ১৭৮
হৰি ৰক্ষা কৰি ফুৰে সৰ্ব বিপদত ।
ধেনু ৰাখি ফুৰে যেন বৎসক স্নেহত ॥

## [ ভীমৰ বৰাহ-বিষ্ণুৰ গদা প্ৰাপ্তি ]

এহিমতে কথামাতে আছে দুই ভাই ।
গদাগেটি আগত পৰিলা গিৰিসাই ॥ ১৭৯
দেখিয়া কৌতুক ভৈলা ভীম অৰ্জুনৰ ।
চমক লাগিল অশ্বকৰ্ণ ৰাক্ষসৰ ॥
চমক লাগিয়া বীৰে চাৰিভিতি চাইলা ।
চাৰিভিতি চাই পাচে একো নেদেখিলা ॥ ১৮০
অনন্তৰে দুৰাচাৰে বেগে ধৰি আসি ।
ভীমক কোবেক দিলা পৰিঘা উল্লাসি ॥
তাহাৰ কোবত বীৰে পাই বৰ টান ।
দেৱবীৰ্য্য নিমিত্তে ৰহিলা তাৰ প্ৰাণ ॥ ১৮১
হেন দেখি ধনঞ্জয় ক্ৰোধে বেগ ধৰি ।
ডেৰ দিয়া তাহাৰ দুই কান্ধত যে চৰি ॥
পিঠিৰ কান্ধত তাৰ মাৰে লাথিগুৰি ।
সহিলা ৰাক্ষসে তাক কটাক্ষ নকৰি ॥ ১৮২

কতোহো কান্ধত লাঠি কতোহো পিঠিত ।
অৰ্জুনৰ ছুটে পীড়া কৰে বিপৰীত ॥
তাহাৰ গাৰত এক গৰ্তক যে আছে ।
সেহি গৰ্তে ধনঞ্জয় পাৰ ভিৰি আছে ॥ ১৮৩

প্ৰহাৰৰ ছোটত কম্পিলা নিশাচৰ ।
পুনু চৰিলন্ত তাৰ মাথাৰ উপৰ ॥
মহাবেগে জাম্পগুৰি মাৰয় তাহাক ।
দুই হাতে চৰাৱয় বিকৰ্থি অনেক ॥ ১৮৪

এহিমতে দুই দণ্ডমান মহাবীৰে ।
কৌতুক কৰিলা সিটো ৰাক্ষস শৰীৰে ॥
হেন দেখি ৰাক্ষসৰ ভৈল মহাত্ৰাস ।
পৰিঘা এৰিয়া পাচে দুৰ্জয় ৰাক্ষস ॥ ১৮৫

ধৰিবাক মনে কৰে অনেক যতনে ।
যেনে তেনে অৰ্জুনৰ ধৰিলা চৰণ ॥
দুয়ো চৰনক ধৰি কৰি এক ঠাই ।
যেহেন ছাৰালে বাঘধনুক ঘূৰাই ॥ ১৮৬

গাৰৰ শকতি মানে এক বল দিলা ।
আকাশক লাগি পাচে আছাৰ মাৰিলা ॥
মাধৱৰ প্ৰিয় সখি বুদ্ধি স্থিৰ কৈলা ।
কৃষ্ণৰ চৰণ দুই হৃদয়ে ধৰিলা ॥ ১৮৭

মনত গুণয় মোৰ মৰণ মিলয় ।
ইবাৰ ৰাখিয়ো মোক প্ৰভু কৃপাময় ॥



আকাশত পাক ফুৰি কুন্তীৰ তনয় ।
পৰিবাৰ বেলা যেন মনত গুণয় ॥ ১৮৮
সাৱধানে মন স্থিৰ হৈয়া এহিবাৰ ।
ধৈৰ্য্য বুদ্ধি কৰি ধীৰে আলোচিলাসাৰ ॥

যোজনেক মানে যায় থিয়াই ৰহিলা ।
যেন কোন জনে তাক নমায়া যে থৈলা ॥ ১৮৯
দেখা জন্মেজয় হৰি ভকতিৰ বল ।
ভকতক ৰাখি হৰি ফুৰন্ত কেৱল ॥

আকাশৰ পৰা পৰিলন্ত ধনঞ্জয় ।
কৃষ্ণৰ প্ৰভাৱে নপাইলা কোনো ভয় ॥ ১৯০
ভকত জনক দুখ দিবে কাৰ বাপে ।
ভকতৰ ভয়ে কাল যম-দূতে কাম্পে ॥

অনন্তৰে কুন্তীৰ তনয় ধনঞ্জয় ।
কৃষ্ণ কৃষ্ণ উচ্চাৰণ কৰি মহাশয় ॥ ১৯১
মহা সুস্থ ভৈল দেহ পূৰ্ব্বৱত কৰি ।
বোলে মোক ৰাখিলন্ত কৃপাময় হৰি ॥

নজানিলো ভীম দদা কিবা তাক মাৰে ।
ৰাক্ষসক মাৰে কিবা আপুনিসে মৰে ॥ ১৯২
মহা ভয়ানক গদা কৃষ্ণে দি আছয় ।
সেহি গদাঘাতে জানো ৰাক্ষস মৰয় ॥

মোহোক মাৰিয়া কিবা ৰাক্ষস দুৰ্বাৰ ।
ভীমক মাৰন্ত কিবা নজানোহো আৰ ॥ ১৯৩

বিংশতি ত্রিদশ সেনা অক্ষৌহিনী বায়।
নিগুটি কৰিলা সবে নিশাচৰে খায় ॥
এহি বুলি ধীৰে ধীৰে কৰিলা গমন।
হৃদয়ত ধৰি বীৰে কৃষ্ণৰ চৰণ ॥ ১৯৪

## [ অশ্বকৰ্ণৰ লগত ভীম-অনৰ যুদ্ধ ]

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
কতো বেলি যান্ত পাচে কুন্তীৰ তনয় ॥
ৰাজাৰ নগৰখান কৰে জাতিষ্কাৰ।
হীৰা মণি মৰকতে কৰে চমৎকাৰ ॥ ১৯৫
তাৰ মাজে মাজে বীৰে কৰন্ত গমন।
খসি পৰি আছে দেখে বহু ৰত্ন ধন ॥
অনন্তৰে ৰাক্ষসক দেখিলেক যায়।
দণ্ডহাতে ভীমক যে মাৰিতে আসয় ॥ ১৯৬
সি গোটক আছাৰিলো নাপালো খাবাক।
আধা মৰা কৰি মই ছোবাইবো তোক ॥
হেন শুনি বায়ু-সুতে মাথা তুলি চাই।
বোলে মৰিলন্ত মোৰ ধনঞ্জয় ভাই ॥ ১৯৭
আমাক মাৰিবে আজি ঘোৰ নিশাচৰে।
এতমানে লটিঘটি কৰিলা ঈশ্বৰে ॥
এহিস্থানে মোক যদি ৰাক্ষসে মাৰয়।
দুই ভাই মৰি যাবো যমৰ নিলয় ॥ ১৯৮



মই যদি মৰো আজি ইহাৰ হাতত।
ধৰ্ম-নৃপতিক বাৰ্তা কহিবো কিমত ॥
যদি ৰক্ষসক বধি পাৰোলো ফিৰিতে।
অৰ্জুনৰ মৃত্যুকথা কহিবো কিমতে ॥ ১৯৯
সুধিবন্ত নৃপতি মোহোৰ মুখচাই।
কোন স্থানে এৰিলাহা ধনঞ্জয় ভাই ॥
কি বুলি উত্তৰ তাঙ্ক দিবোহো সন্মুখে।
শৰীৰ দহয় মোৰ ইটো মনদুখে ॥ ২০০
দণ্ড ধৰি খেদি আহে ঘোৰ নিশাচৰে।
ঘাৰবিষে দুখ মোৰ ভৈল বহুতৰে ॥
যদি মোক হেমা জল নেদিবে মাথাতে।
আগে মৰি গৈলো হই অৰ্জুন থাকাতে ॥ ২০১
তথাপিতো তাপ মই সহিবে নপাৰো।
ভ্ৰাতৃ-শোক অগনিত কেনমতে তৰো ॥
এহিমতে দুখ শোক কৰে বৃকোদৰ।
ৰাক্ষসে মাৰিবে আসে ভীমক সত্বৰ ॥ ২০২
মহাক্ৰোধে মাতে উচ্চে ঘোৰ নিশাচৰে।
তোৰা দুইকো আনিলো ভুঞ্জিবাক তৰে ॥
সৰুগোট আছাৰতে কতবা মৰিল।
মোহোৰ নখৰ ঘাৰে তই কেনে জীল ॥ ২০৩
মাথাক কামুৰি তোৰ গাৰ ছোবাইবো।
কতবা দিনৰ মই তৃপিতি পলাইবো ॥

ডাঙৰ মনুষ্য তই পিবোহো ৰুধিৰ ।
মই সমে কৰা যুদ্ধ দেখো কেনে বীৰ ॥ ২০৪
এহি বুলি ৰাক্ষসে ভীমক খেদি যাই ।
তোৰ আজি ভাঙ্গিবোহো কেনে মুনিষাই ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
তেখনে আসিলা সিটো বীৰ ধনঞ্জয় ॥ ২০৫

ভ্ৰাতৃক দেখিয়া বায়ুসুত মহাবলী ।
মনত কৌতুক কৰি হাসে খলখলি ॥
হায় বাপু তোমাৰ দুখত প্ৰাণ যায় ।
কিমতে জীৱন তোৰ ৰহিলেক ভাই ॥ ২০৬

ধনঞ্জয় বোলে দদা ই কথা থৈয়োক ।
গদা ধৰি ঘোৰ নিশাচৰে মাৰিয়োক ॥
ভ্ৰাতৃৰ বচনে বায়ুসুত মহাবীৰ ।
যুদ্ধক সন্মুখ ভৈলা নিৰুজ শৰীৰ ॥ ২০৭

অশ্বকৰ্ণে দেখি পাচে কৰি আলোচন ।
কিনো আশ্বৰিক ইটো মনুষ্য জীৱন ॥
যেন তেনমতে আৰু চিন্তিবোহো মাৰ ।
গোটে গিলিবাক শক্তি আছয় আমাৰ ॥ ২০৮

এহি বুলি বেগ দিয়া যায় ধৰিবাক ।
দেখি বৃকোদৰ উঠি বুলিলেক তাক ॥
শুনাহা ৰাক্ষস তই পাতকী যে ঘোৰ ।
ইমান কথাতো লাজ নভৈল তোহোৰ ॥ ২০৯



মাথাত উঠিয়া তোক প্ৰহাৰ কৰিলো ।
লাঠিৰ আঘাতে দাত চুলি নাথাকিল ॥
তথাপি পৰিঘা হাতে খেদিয়া আসিলি ।
ভীম অৰ্জুনৰ হাতে নিশ্চয় মৰিলি ॥ ২১০

হেন শুনি ক্ৰোধে তাৰ কাম্পে কলেৱৰ ।
ভীমৰ মস্তকে কোৰ দিলা গুৰুতৰ ॥
হাত পাতি ধৰি বায়ুসুত মহাবলী ।
দিলেক প্ৰহাৰ তাৰ গাৰক আকলি ॥ ২১১

সহিবাক লাগি তাৰ শকতি নভৈল ।
ডেৱ দিয়া তাৰ বুকে চাপৰ মাৰিলা ॥
মুহূৰ্তেক মানে সিটো থমকি ৰহিলা ।
দুৰ্জন ৰাক্ষস তাৰ লোম নলৰিল ॥ ২১২

যথাত আছয় গদা দেৱ মাধৱৰ ।
তথাত গৈলেক ধনঞ্জয় বৃকোদৰ ॥
অৰ্জুনক দেখি সিটো চাৱে টেৰকৰি ।
আবোবাৰ আসি জানো মাৰে চুলি ধৰি ॥ ২১৩

অৰ্জুনে দেখিয়া ৰাক্ষসৰ মন ৰঙ্গ ।
ইহাক মাৰিয়া যেন কৰিবেক ভঙ্গ ॥
হেন দেখি বৃকোদৰে পালটি চাহিলা ।
গদা আনিবাক লাগি লৰৰ মাৰিলা ॥ ২১৪
দেখি ভয় লাগে গদাগোট বৰ আতি ।
নমস্কাৰ কৰি দাঙ্গি তুলি মহামতি ॥

কৃষ্ণ কৃষ্ণ ৰাম কৃষ্ণ তিনবাৰ বুলি ।
দুই হাতে বলে ধৰি কান্ধে লৈলা তুলি ॥ ২১৫
গদাধৰি প্ৰকাশ কৰন্ত বৃকোদৰ ।
যেন শূল ধৰি আসি মিলিলন্ত হৰ ॥
গদাৰ প্ৰভাৱে কান্তি বল যে বাঢ়িল ।
দুই ভাই দেৱবলে বলীয়ান ভৈল ॥ ২১৬
বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
সেহিবেলা মাতে অশ্বকৰ্ণ নিশাচৰ ॥
ৰহ ৰহ মনুষ্য তই কৈক পলাস ।
গদা আনিবাক যাও তাক নেদেখাস ॥ ২১৭
পাচে পাচে খেদি আসে ৰাক্ষস দুৰ্বাৰ ।
খেদিয়া পালটি বীৰে দেখে চমৎকাৰ ॥
শুনা সভাসদ পদ পৰম গহন ।
শিৱৰ ৰহস্য কথা আতি বিতোপন ॥ ২১৮
বনপৰ্ব কথাইটো পৰম মঙ্গল ।
শ্ৰৱণ মাত্ৰকে পাপ বিদূৰে সকল ॥
একচিত্ত মনে কৰা হৰিৰ কীৰ্তন ।
হৰি হৰি বুলি চলা বৈকুণ্ঠ ভুৱন ॥ ২১৯

## ছবি

অনন্তৰে বৃকোদৰে গদাধৰি যাই কৰে
প্ৰকাশ কৰন্ত ক্ৰোধ আতি ।



মাতিলন্ত মহামতি শুনৰে ৰাক্ষস জাতি
পলাইবে কেন কৰা মতি ॥
বোলে হেন লঘুবাক খানিতেকমানে থাক
শুনাওৰে অশ্বকৰ্ণ পাপী ।
ভাঙ্গিবো মাথাৰ খুলি উশীনৰ ৰাজ্যখানি
তই খাই কৰিলিহি লোপ ॥ ২২০
তোৰা আজি হৈবোকাল সবাৰো গুচাবো শাল
এহি বুলি গদা পাতি দিলা ।
কোবাও কোবাও বুলি হুঙ্কাৰিয়া দুয়োবলী
খেদিয়া আগক চলি গৈলা ॥

## ঝুমুৰী

মহাবীৰ দুই জন ।
কৰে আতি ঘোৰ ৰণ ॥ ২২১
ভীমে মাৰে গদা তুলি ।
প্ৰহাৰয় হুহু বুলি ॥
নাহি তাঙ্ক ভুৰিভঙ্গ ।
কাটা কাটি কৰে অঙ্গ ॥ ২২২
কুন্তীৰ তনয় বীৰ ।
দুৰ্জয় পৰম ধীৰ ॥
মাধৱৰ গদা পাই ।
মন স্থিৰ কৰি যাই ॥ ২২৩

আনন্দৰ নাহি পাৰ ।
ৰাক্ষসৰ হৈবে মাৰ ॥
শুনিয়োক বুদ্ধজন ।
ইটো কথা বিতোপন ॥ ২২৪
বৈষ্ণৱ চৰিত্ৰচয় ।
শুনিলে পাতক ক্ষয় ॥
মিলয় মুকুতিচয় ।
বিষ্ণুত ভকতি হয় ॥ ২২৫
গুচে সংসাৰৰ ভয় ।
পাৱে মহা সুখচয় ॥
যাৰ বৈকুণ্ঠক মন ।
শুনিয়োক সৰ্বজন ॥ ২২৬
ভাৰত ভূষণে কয় ।
কৰা সবে জয় জয় ॥
এৰি আন সৰ্ব কাম ।
ডাকি বোলা ৰাম ৰাম ॥ ২২৭

## [ ভীমৰ হাতত অশ্বকৰ্ণৰ পতন ]

পদ

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
কহো পাচ কথা যত নকৰা সংশয়



এহিমতে গদা দণ্ড ধৰি মহাবীৰ ।
কৰন্ত সমৰ দুই নিৰুজ শৰীৰ ॥ ২২৮
নাহি ভয় দুয়ো হানে গাৱে ঘাম বহে ।
জিনিবাক লাগি তান শৰীৰ নসহে ॥
ভাগৰে পীড়িলা যেৱে ৰাক্ষস দুৰ্বাৰ ।
যুদ্ধ কৰি দুৰন্তে দেখয় অন্ধকাৰ ॥ ২২৯
এতহন্তে বৃকোদৰ ছিদ্ৰক আকলি ।
ঘোৰ নাদ কৰি ভীমে হাসে খলখলি ॥
ডেৱ দিয়া মহাক্ৰোধে কোব এক দিলা ।
মাথা ঢুকি নপাইল মাটিত পৰিলা ॥ ২৩০
মূৰ্তিমন্ত গদা ভীমে লই মহাছোটে ।
কটিভাগে কোব দিলা দুৰাচাৰ গোটে ॥
অৰ্জুনে বোলন্ত দদা কিবা চোৱা আৰ ।
দুৰাচাৰ ৰাক্ষসৰ চিন্তিয়োক মাৰ ॥ ২৩১
কতোবেলি অসুৰৰ সুস্থ ভৈলাগাৱ ।
ভাঙ্গ লৈয়া উঠিলেক নিৰুজ স্বভাৱ ॥
পৰিঘা তুলিয়া কোব দিলেক ভীমক ।
গদা পাতি বায়ু-সুতে নিবাৰিলা তাক ॥ ২৩২
পাক দিয়া তাহাৰ পিঠিৰ পাকে যাই ।
কাতিহুয়া কোবেক যে দিলেক বহুয়াই ॥
দাৰুন সন্ধানে গদা প্ৰহাৰ কৰিলা ।
পিঠিক ভাঙ্গিয়া তাৰ হাড় বিদাৰিলা ॥ ২৩৩

ভীমৰ প্ৰহাৰ পাই বাগৰি পৰিলা ।
প্ৰাণ যাই বুলি বলে আটাসেক দিলা ॥
তাৰ আটাসৰ মহাধ্বনিক শুনিলা ।
তিনি গোট লোকে তাৰ শৰদে লৰিলা ॥ ২৩৪
ভীম অৰ্জুনৰ জানা কৰ্ণে ধৰে তাল ।
হেমা কুমাৰীয়ো ভয়ে উফৰি পৰিল ॥
হেন দেখি বায়ুৰ কুমাৰ মহাবলী ।
শ্ৰুতি এৰি খেদি গৈলা গদাগোট তুলি ॥ ২৩৫
আলাসতে ডের দিয়া প্ৰহাৰ কৰিলা ।
থাচ্ কৰি ৰাক্ষসৰ মাথাক ভাঙ্গিলা ॥
সত্তৰি যুগৰ বুঢ়া ত্ৰিশিৰা ৰাক্ষস ।
ভীমসেনে তাক মাৰি ৰাখিলেক যশ ॥ ২৩৬
গিৰ গিৰ শৰদে ৰুধিৰ বাজ ভৈলা ।
বিতল লোকৰ সৰ আপদ গুচিল ॥

[ হেমাৰ কন্যাৰ সৈতে ভীম অৰ্জুনৰ শ্ৰীফল ভক্ষন ]

বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
তযু পিতামহগণ যুদ্ধত তৎপৰ ॥ ২৩৭
দুৰাচাৰ অশ্বকৰ্ণ ৰাক্ষসক মাৰি ।
বিতল লোকৰ ভয় নিবাৰণ কৰি ॥
দুই ভাই এক ঠাই বসিলন্ত যাই ।
বহুদিন ভৈল তাঙ্ক অন্ন জল নাই ॥ ২৩৮



তথাপি মনত কোন নাহিক অসুখ ।
ৰাক্ষসক বধি তাৰা পৰম সন্তোষ ॥
সেহিবেলা ৰাজাৰ কুমাৰী বৰনাৰী ।
তাসম্বাৰ পাশে গৈলা আতি শীঘ্ৰ কৰি ॥ ২৩৯
অৰ্জুনে বোলন্ত দদা ভৈল বিসঙ্গতি ।
বিষাদ কৰয় যুধিষ্ঠিৰ মহাপতি ॥
দণ্ডে যুগ যায় জানো আমাক সুমৰি ।
কৰিয়ো উপায় যাও আতি শীঘ্ৰ কৰি ॥ ২৪০
পৃথিৱীত যেনমত আছো বিতলত ।
বিধিৰ লিখিত ইটো আছিল পূৰ্বত ॥
আৰো কিবা হোৱে তাক বুজিবে নপাৰি ।
আনো বুলি আনিলেক বিতল নগৰী ॥ ২৪১
ইটো কথা মনত নাহিকে মহাবলী ।
হেন শুনি ভীমে হাসিলেক খলাখলি ॥
ভাল কৰিলাহা বাপু দয়াৰ ভয়াই ।
হৰক দেখিবে বাপু মোৰ ইচ্ছা যাই ॥ ২৪২
জগতৰ অন্ত তেহো দেৱ ত্ৰিনয়ন ।
তাঙ্ক দৰশন মোৰ ভাগ্যৰ কাৰণ ॥
মহাপুন্য কৰি তাঙ্ক দৰশন ভাৰ ।
কিনো ভাগ্য সুপ্ৰসন্ন আজি আমাসাৰ ॥ ২৪৩
অৰ্জুনে বোলন্ত দদা সাফল জীৱন ।
ব্ৰহ্মা আদি দেৱে যাৰ নাপায় চৰণ ॥

কিমতে আমি তাঙ্ক পাইবো দেখিবাক ।
এহি বুলি ধনঞ্জয় মাতিলা হেমাক ॥ ২৪৪
শুনিয়োে কুমাৰী তই কহিয়ো কাৰণ ।
কেনমতে হও মহেশক দৰিশন ॥
ঐৰপৰা পন্থ বা হোৱয় কতদূৰ ।
কোন দিকে থাকে কোৱা শঙ্কৰৰ পুৰ ॥ ২৪৫

বিনা পূজা ধ্যানে তাঙ্ক দেখি কি নেদেখি ।
মনুষ্য শৰীৰ আতি পূৰ্বজন্মে লেখি ॥
মুনিয়ে বোলন্ত শুনা ৰাজা জন্মেজয় ।
দেখা বৈষ্ণৱৰ কেনে মনত সংশয় ॥ ২৪৬

দেৱৰ দুৰ্লভ মহন্তক দৰিশন ।
কুন্তীৰ তনয় কেনে সঙ্কোচিত মন ॥
পাণ্ডু পুত্ৰ সব জানা বৈষ্ণৱৰ সাৰ ।
মহাভাগ্য তাসম্বাৰ কি বুলিব আৰ ॥ ২৪৭

সৰ্বপাপ নষ্ট হোৱে সাধু দৰশন ।
শিৱৰ সমান মুখ্য নাহি ত্ৰিভুৱন ॥
হেমাৰ বচন আৰে শুনা ৰঙ্গ মনে ।
ধীৰে ধীৰে কহে শান্তী শুনে ভীমাৰ্জুনে ॥ ২৪৮
ঐৰ পৰা হোৱে পন্থ সপ্তম দিনৰ ।
প্ৰহৰেকে পাও মই পুৰী মহেশৰ ॥
যি কালত পিতৃ পূজা কৰে শঙ্কৰক ।
বৃষভ স্কন্ধত চৰি আসে ইথানক ॥ ২৪৯



ভূত-প্ৰেত আদি কৰি সঙ্গীগণ সঙ্গে ।
আকাশ ছানিয়া সবে আসে মনৰঙ্গে ॥
তোৰা দুইজনে যদি পথে চলি যাবা ।
শীঘ্ৰ বেগে গৈলে দিন চাৰিমানে পাবা ॥ ২৫০

এহিমতে পথৰ কাহিনী কহিলন্ত ।
পুনৰপি কুমাৰী বচন বুলিলন্ত ॥
শুনা নগৰৰ কহো যিসব কাৰণ ।
মনুষ্যৰ ভাগ্যে কিছো নাহিকে ইথান ॥ ২৫১

আছে মহাফল জানা পিতৃৰ বাৰীত ।
বাৰ মাসে সিটো ফল ফলে সুশোভিত ॥
শঙ্কৰক পূজা দেয় স্বাদত অমৃত ।
তাহাক ভুঞ্জিলে লোকে হোৱে কৃতকৃত্য ॥ ২৫২
মনুষ্যে ভুঞ্জিলে হোৱে অজৰ অমৰ ।
কিন্তু সিটো ফল জানা পাইতে দুষ্কৰ ॥
নপকে নসৰে সিটো বৃক্ষত থাকয় ।
প্ৰাৰ্থনা কৰিলে তাৰ একটি পৰয় ॥ ২৫৩

দহকুৰি লোকে তাক ভুঞ্জিবে পাৰয় ।
তাহক ভক্ষিলে ক্ষুধা তৃষ্ণা দূৰ হয় ॥
শঙ্কৰে যে সেহি ফল দিলন্ত পিতৃক ।
কোনে কহিবেক তাৰ মহিমা যতেক ॥ ২৫৪

কৃপালু ঈশ্বৰ হৰি পিতৃআগে দিলা ।
সেহি কল্পতৰু-ফল পিতৃ ৰুই থৈলা ॥

বহুকালে বহুফল বৃক্ষত লাগয় ।
সেহি ফলে পিতৃ মহাদেৱক পূজয় ॥ ২৫৫
তাৰ গন্ধে গৌৰী দেৱী সন্তুষ্ট হোৱয় ।
বৈকুণ্ঠত থাকি কৃষ্ণে তাৰ গন্ধ পায় ॥
অজৰ অমৰ হোৱে তাহাক ভুঞ্জিলে ।
তাৰ নাম শ্ৰীফল যে জানিবা সকলে ॥ ২৫৬
গোসানী সন্তোষ হয় পত্ৰে পূজিলন্তে ।
পূজা লভি গৌৰী মাৱে আনন্দ কৰন্ত ॥
অশ্বকৰ্ণ ৰাক্ষস আছিল যি কালত ।
বৃক্ষে নধৰয় ফল তাহাৰ ভয়ত ॥ ২৫৭
পাচে এহি বাৰ্তা যেৱে ৰাক্ষসে জানিলা ।
ছেদিবাক মনে সিটো ওচৰ চাপিলা ॥
ব্ৰহ্মময় বৃক্ষ পাচে মূৰ্তিমন্ত ভৈলা ।
বিপ্ৰৰূপ ধৰি তাক মাতিবে লাগিলা ॥ ২৫৮
শুনা অশ্বকৰ্ণ মোক নকৰা ছেদন ।
শিৱে মোক আদেশ নকৰে যতক্ষণ ॥
এতেকেসে ফলদান নেদো মই তোক ।
ফল দিবে আদেশ কৰয় যদি মোক ॥ ২৫৯
শঙ্কৰৰ তাঙ্ক যাই আদেশ আনিয়া ।
শিৱৰ আদেশে আছো এথা আপেক্ষিয়া ॥
যদি মোক আদেশ কৰয় সদাশিৱে ।
বিস্তাৰ কৰিলো মই ইহাক জানিবে ॥ ২৬০



শুনিয়া ৰাক্ষসে বৰ সংশয় মিলিলা ।
কৰযোৰ কৰি পাচে মাতিবে লাগিলা ॥
কৰিবো আদৰ মই নেৰিবো তোমাক ।
নিতে চাৰিগোট ফল দিবাহা আমাক ॥ ২৬১
বৃক্ষে বোলে চাৰিগুটি ফল কি কৰিবা ।
একগুটি ফল চাৰি দিনত ভুঞ্জিবা ॥
অনন্তৰে অন্তৰ্দ্ধান ভৈলা তৰুবৰ ।
দুৰ্জন ৰাক্ষস সিটো অজয় অমৰ ॥ ২৬২
বৰ ছিদ্ৰ কাৰণেসে তোমাক আনিলো ।
ষোড়শ ভ্ৰাতৃক মই উদ্ধাৰ কৰিলো ॥
ভুঞ্জিবা শ্ৰীফল মই কহিলো কাৰণ ।
পাচে শঙ্কৰৰ স্থানে কৰিবা গমন ॥ ২৬৩
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
শুনি ৰঙ্গ ভৈলো দুয়ো কুন্তীৰ তনয় ॥
আগত গৈলেক হেমা পাচে কুন্তীসুত ।
দেখিলা শ্ৰীফল গাছে আতি অদভুত ॥ ২৬৪
সুৱৰ্ণে খচিত ৰত্নে গুৰি বান্ধিছয় ।
যোজন বেঢ়িয়া আছে দেখি লাগে ভয় ॥
সৰ্বকালে বৃক্ষত দুগুচে ফলচয় ।
খুজিলে মাত্ৰকে ফল গোটক দিয়য় ॥ ২৬৫
এক এক ফল আছে হস্তীৰ সমান ।
হল-ফল কৰি লাগে দেখাতে সুঠান ॥

নসৰে নপকে ফল শেষ যে নহয় ।
ভীম অৰ্জুনৰ দেখি আনন্দ মিলয় ॥ ২৬৬
তাৰ দুই গোট ফল ভূমিত পৰিল ।
ফলৰ শৰদে জানা পৃথিৱী লৰিল ॥
একগোট ধৰি বীৰ কুন্তীসুত বলী ।
বলে চেপি ৰস তাৰ পিলা হলাহলি ॥ ২৬৭
গুচিলেক ক্ষুধা তৃষ্ণা শৰীৰ শীতল ।
ভৈল তেজ বল শ্রম গুচিল সকল ॥
পক্ষীয়ে অমৃত পান কৰিলে যিমতে ।
অজৰ অমৰ সিটো হোৱে তেনেমতে ॥ ২৬৮
দুই ভাই মিলি একগোট ভক্ষিলন্ত ।
কতবা দিনক লাগি তৃপিতি ভৈলন্ত ॥
হেমা কুমাৰীও ভুঞ্জিলন্ত অৱশেষ ।
প্রকাশ কৰন্ত কান্তি গুচিলেক ক্লেশ ॥ ২৬৯
মুনি মন মোহে সুন্দৰীৰ ৰূপ আতি ।
মনত অৰ্জুনে বোলে হৈব আৰ পতি ॥
মনে মনে দুয়োজনে পতি ভাৰ্য্যা ভৈলা ।
তাসম্বাৰ মন ভীমসেনে নজানিলা ॥ ২৭০



[ হেমাৰ সৈতে ভীম অৰ্জুনৰ শিৱদৰ্শন কৰিবলৈ গমন ; মাজবাটত অশ্বকৰ্ণৰ পুত্র আৰু দৈত্য সৈন্যসকলৰ লগত যুদ্ধ ]

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
অনন্তৰে ধনঞ্জয় বচন বোলয় ॥
জগত ঈশ্বৰ হৰ আছয় যথাত ।
তথাত চলোহো আমি দেখিবো সতত ॥ ২৭১
পূজা ধ্যান কৰি আমি ব্রত আচৰিবো ।
তাহাঙ্ক দেখিবে লাগি শুদ্ধ চিত্ত হৈবো ॥
জগতৰ নাথ প্রভু শিৱ ভগৱন্ত ।
পূৰ্ণ সনাতন তেহো বৈষ্ণৱ অনন্ত ॥ ২৭২
তাহাক দেখিবো আমি মহাভাগ্য কৰি ।
আৰে শঙ্কৰৰ স্থানে চলিয়ো সুন্দৰী ॥
মহামায়া সমে প্রভু যি থানে আছন্ত ।
তাহাঙ্ক দেখিয়া মন কৰিবোহো শান্ত ॥ ২৭৩
সেহি সময়ত ঘোৰ অথন্তৰ ভৈল ।
যিটো অশ্বকৰ্ণ ঘোৰ ৰাক্ষস মৰিল ॥
তিনিয়ো লোকত সিটো মহা বলীয়াৰ ।
ত্রিংশ কোটি লক্ষ দানৱৰ অধিকাৰ ॥ ২৭৪
কৃপা কৰ্ণ জন্তাঐসি ভীমবৰ্ণ নাম ।
যাক অৰি কৰি আছে মহা ঘোৰ কাম ॥

মধ্যমৰ পুত্ৰ সিটো ৰাক্ষসী তনয় ।
শিৰ দিয়া অনন্তক পূজিয়া থাকয় ॥ ২৭৫
চৈধ্য ভুৱনত তাৰ নাহিকে মৰণ ।
মনুষ্যত নিয়া থৈলা মৃত্যুৰ কাৰণ ॥
নৰনাৰায়ণ অৱতাৰ হোৱে যৈতে ।
তাৰা দুই পিতা পুত্ৰে নষ্ট হৈবে তৈতে ॥ ২৭৬
তাৰা দুই তৈতে যদি লগ নপাৱয় ।
ব্ৰহ্মাৰ দিনেকমান মৃত্যু নাহিকয় ॥
এহি বৰ তান্ক দিয়াছয় ব্ৰহ্মাদেৱে ।
ধনঞ্জয় তাহাক বধিলা সেহি ভাৱে ॥ ২৭৭
ত্ৰিংশ লক্ষ দানৱৰ ভৈল অধিকাৰ ।
সি কৰণে ধনঞ্জয় চিন্তিলন্ত মাৰ ॥
কতো দিনে পৰে ভক্ষ্যাভক্ষ বস্তুচয় ।
পিতৃক লাগিয়া সিটো দিয়য় পঠায় ॥ ২৭৮
অনেক দানৱগণে আনে যত্ন কৰি ।
সটো স্থানে পাণ্ডৱে মাৰয় যত্ন কৰি ॥
সেহি অশ্বকৰ্ণ বীৰ জীৱ শূন্য ভৈলা ।
বিচাৰিয়া কতোদূৰে তাহাক দেখিলা ॥ ২৭৯
পৰ্বত সমান দেহা পৰিয়া আছয় ।
মুণ্ডগোট ভাঙ্গিয়া ৰুধিৰ বহৱয় ॥
দেখিয়া দানৱগণ লৰৰি আসিলা ।
মৰিল ৰাক্ষসগণ সকলে দেখিলা ॥ ২৮০



যিবা ৰাজদুহিতা আছিল হেমাৱতী ।
তেহো নাহিকয় আৰ লগত তহিতি ॥
অন্যো অন্যে বোলে এৱে বুজিলো কাৰণ ।
ৰাজাক মাৰিয়া কন্যা নিলা কোন জন ॥ ২৮১
পূৰ্বে শঙ্কৰে বৰ ছিদ্ৰ থৈয়া আছয় ।
নৰনাৰায়ণে জানা আমাক মাৰয় ॥
সিটো নৰনাৰায়ণ হোৱয় বেকত ।
আমাসাৰ দিন আৰ নাহি বিতলত ॥ ২৮২
সেহি যদি কোন কালে লগক পাৱয় ।
এহি গোপ্য কথা যদি তেহো জানি ছয় ॥
উপায় কৰিয়া আসি ইহাক মাৰিলা ।
এহিমতে দানৱে যে অনেক গুণিলা ॥ ২৮৩
হেমাশ্ৰয়া নামে যিটো কুমাৰী আছিলা ।
বহুত লোকক উপকাৰ কৰিছিলা ॥
উশীনৰ ৰাজ্যখান কৰি আছে হত ।
নৰ খৰ্ব দৈত্য বীৰে লেখিবেক কত ॥ ২৮৪
পাচে সবে যুক্তি কৰি ইথায়ে আসিলা ।
তাৰ বৰপুত্ৰে অধিকাৰী কৰি দিলা ॥
কাকো হিংসা নকৰিলা নাহিকয় পাপ ।
সহিতে নপাৰে অধৰ্মৰ বৰ তাপ ॥ ২৮৫
একেশ্বৰে থৈলা তাক বিতলপুৰত ।
অযুতেক পত্নী তাৰ পুত্ৰগণ যত ॥

সবেয়ো এৰিলা তাৰ দুষ্টৰ কাৰণ ।
ইহাৰ বলৰ অন্ত পাৰে কোনজন ॥ ২৮৬
অনুমানে নৰনাৰায়ণ অৱতাৰ ।
কোন ৰূপে আসি তাৰ চিন্তিলেকমাৰ ॥
আৰো জানো হেমাশ্ৰয়া ৰাজাৰ কুমাৰী ।
তেহো মৰাইলেক জানো প্ৰবঞ্চক কৰি ॥ ২৮৭
আমি সবে শীঘ্ৰে তাঙ্ক বিচাৰিয়া যাও ।
সমস্ত বাৰ্তাক যাই ৰাজাত জনাও ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
এহিমতে দৈত্য সবে আলচ কৰয় ॥ ২৮৮
সিকালত পাণ্ডু পুত্ৰ বীৰ ধনঞ্জয় ।
হেমা সমে শঙ্কৰৰ স্থানক চলয় ॥
তাৰা সবে দেখন্ত সকল দৈত্যগণে ।
ৰাজাক কহিতে দূত ভেজিলা তেখনে ॥ ২৮৯
অসংখ্যাত ভক্ষ্য দ্ৰব্য যতেক অনায় ।
ডাঙ্গৰ সমাজ পাতি নিয়ম কৰয় ॥
অযুতেকমান দৈত্য বলত আগল ।
কংসসেন নাম তাৰ অধিকাৰী বল ॥ ২৯০
সেহিসব লোকে বসি কৰে আলোচন ।
আৰে ঘোৰ ঘণ্ডাল লাগিল সেহি স্থান ॥
অৰ্জুনে বোলন্ত হেমা কহা মোৰ আগে ।
কাৰ সৈন্য আসে ইটো আতি ৰবৰাগে ॥ ২৯১



হেমা বোলে দেৱ আৰ শুনিয়ো কাৰণ ।
অশ্বকৰ্ণ ৰাক্ষসৰ পুত্ৰ এহিজন ॥
মাজে মাজে তাক ভক্ষ্য বস্তুক যোগায় ।
অনেক দানৱগণে আসিয়া দিয়য় ॥ ২৯২
সেহিসব সৈন্য কিবা আসিছে ইঠাই ।
তোমাৰ আবেসে সিটো নিৱৰ্তন নাই ॥
পৰম দুৰ্বাৰ সবে দাৰুণ দুৰ্জয় ।
তাক জিনিবাক কাৰ শকতি আছয় ॥ ২৯৩
আমি তিনি জনে চলা এৰো ইটো ঠাই ।
শৰণ আশ্ৰয় মাগো শঙ্কৰৰ ঠাই ॥
শঙ্কৰক ভক্তি ভাৱে সেৱিবো সদাই ।
পাচে দৈত্য আমি কাৰো উৰুৱাৰ ছাই ॥ ২৯৪
অৰ্জুনে বোলন্ত শুনা ৰাজাৰ কুমাৰী ।
আপোন কৰ্মত তই আপুনি মৰিলি ॥
পলাবৰ কাৰ্য্য নহে মৰণ সময় ।
সেহিবা মৰয় নতু আপুনি মৰয় ॥ ২৯৫
হেন শুনি বৃকোদৰে বোলয় বচন ।
মৰিবাৰ কাল তাৰ মিলিল এখন ॥
এতেকে সিসব আসি এথাতে মিলিলা ।
তাহাৰ মৃত্যুৰ কাল সমীপ চাপিলা ॥ ২৯৬
হেন দেখি নিজ মনে নকৰে গমন ।
দানৱৰ পৰাক্ৰম বুজিয়ো এখন ॥

হেমা বোলে দেৱতা তোমৰা দুই ভাই ।
আমাক মাৰিবে জানো উপায় নাপায় ।। ২৯৭
ভীমে বোলে হেমা তুমি নুবুজাহা বাক্য ।
আমাৰ আগত ধৰি মাৰিবে তোমাক ।।
ভাল কুন্তী মাতৃৰ গৰ্ভত উপজিলো ।
কিসক লাগিয়া আমি জনম ধৰিলো ।। ২৯৮
যদিবা আমাক সিটো কৰে নিৰ্য্যতন ।
তেৱে আমি কি কৰিবো বুজা এতিক্ষণ ॥
হেন জানি মনে কিছু নকৰিবা ভয় ।
দানৱ সবৰ আজি মিলিবে প্ৰলয় ।। ২৯৯
এহিবুলি গদাগোট কান্ধে তুলি লৈলা ।
আগ ভৈলা ভীম পাচে অৰ্জুন চলিলা ॥
পাচত চলন্ত হেমা শোক-দুখ-মন ।
দানৱক ভয়ে সিটো নকৰে গমন ।। ৩০০
শুনা সভাসদ পদ পাতালি পৰ্ব্বৰ ।
ইহাক শুনিলে দুখ গুচে সংসাৰৰ ॥
দেখা কেনমত কাৰ্য্য ভক্ত বৈষ্ণৱৰ ।
ভক্ত অৰ্জুনৰ কথা কহো নিৰন্তৰ ।। ৩০১
অন্তৰবে বাক্য আক বুজিতে প্ৰমাণ ।
ৰাক্ষসত বৰ ছিদ্ৰ থৈলা যেন আন ॥
দুৰ্জনক নাশ কৰি ৰক্ষা ভকতক ।
নৰ-নাৰায়ণ আসি প্ৰকাশ ভৈলেক ।। ৩০২



হেন জানি ভাল কথা কৰিবা শ্ৰৱন ।
সংসাৰ তৰিতে প্ৰতি যাৰ আছে মন ॥
ভাৰতভূষণে বোলে এহি তত্ত্ব সাৰ ।
বোলা হৰি হৰি সুখে হৈয়োক নিস্তাৰ ।। ৩০৩

## ছবি

মুনিয়ে বোলন্ত আৰে শুনিয়োক নৰবৰ
জন্মেজয় পৰীক্ষিত সুত ।
চলি যান্ত সেহি স্থানে দেখিলা দানৱগণে
বসি আছে সমাজেক তাত ॥
কাৰো দুই কাৰো তিনি বহু শিৰনেত্ৰ কাৰো
কাৰো তিনি চাৰি ভুজ হুয়া ।
পৰ্বতৰ শৃঙ্গ যেন আছয় উন্নত হৈয়া
দান্ত যেন আতালৰ ৰুৱা ।। ৩০৪
ফাল্গুনৰ বায়ু যেন নাকৰ নিশ্বাস বহে
বাহু জঙ্ঘা দেখি স্থূলন্তৰ ।
মুখৰ দুৰ্গন্ধ তাৰ নাকে ফুটিযায় আৰ
ৰাতি আসে নসহে শৰীৰ ॥
বৰ বৰ লোম গাৱে কত মত কৰি চাৱে
চকু যেন সূৰ্য্যৰ পোসৰ ।
কতো দূৰমান তেৱে একভিতি চাহি থাকি
চলিয়া আসিলা দুয়ো বীৰ ।। ৩০৫

হেন দেখি দুষ্টসবে এক দৃষ্টি চাহি আছে
বোলে এহি দুয়ো বীৰে ধৰ ।
আমাৰ ৰাজাক মাৰি কন্যাগোট লৈয়া যায়
কেনে সাহ দেখা মানুষৰ ॥
ক্ষুদ্র মানুষৰ নয় পলায় বাহিৰে যায়
আমাক মাৰিবে ভৈল কাল ।
ভিতৰে থাকিলে হন্তে কমনে নিশ্বাস কৰে
ৰাজা শুনি নকৰিব ভাল ॥ ৩০৬
কতো বোলে তাসম্বাক এৰিয়া কন্যাক ধৰ
তাইসে ইহাক আনেযাই ।
দুষ্টা নাৰী মানুষৰ পতি বিচাৰিয়া ফুৰে
জাতিকুল একোকে নচাই ॥
এতেকে তাইক মাৰি পাচে মানুষক মাৰো
ৰাজাৰ কৰিবো প্ৰতিকাৰ ।
শুন অৰে মানুষিয়া আগ পাচ নচাহিয়া
সাৰিলিহি লগতে নাৰীৰ ॥ ৩০৭
এহিমতে নিৰন্তৰে নানা বোল বুলি পাচে
তাসম্বাক ধৰিবাক যায় ।
পৰম দাৰুণ দুষ্ট অযুত দানৱ বৰ
সঙ্গে অগ্নি বাদ্যক বজায় ॥
পাচে বৃকোদৰে বোলে শুনৰে দানৱগণ
বচন বোলহ হেন কেন ।



দুৰাচাৰ ৰাক্ষসক মাৰিয়া কৰিছো ভাল
লোকৰ খণ্ডিবো দুখমান ॥ ৩০৮
দুৰ্জন ৰাক্ষস সিটো সবাৰেসে ধূমকেতু
তাক লাগি খেদ পৰিহৰি ।
সবে মিত্ৰ বন্ধু গণ আনন্দে বঞ্চিয়ো যায়
আপুনি আপোন ৰক্ষা কৰি ॥
অশ্বকৰ্ণ ৰাক্ষস যে কৃতান্ত ঘৰক গৈলা
তাতে তোমাসাৰ কিনো ভৈলা ।
ভাল চাই সবে তই লৈয়ো অধিকাৰী কৰি
যাক পাপী এৰি দুষ্ট লীলা ॥ ৩০৯

## পদ

বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
বুলিলা দানৱসব বচন ভীমৰ ॥
শুন ওৰে তিৰীচোৰ ছাৱাল নৰৰ ।
আমাক দেখিয়া তোৰ লাগিবাক ডৰ ॥ ৩১০
আমাসাক বহু দেখি ইবাৰক প্ৰতি ।
পলাইবাক লাগি কৰা অনেক কাকূতি ॥
বুঢ়াৰাজা একেশ্বৰে দুইগোটে পাই ।
অন্যায় কৰিয়া বীৰে মাৰিলা কোবাই ॥ ৩১১
বহুতৰ দেখি আৰে আমাৰ লোকক ।
কাউ বাউ কৰা আৰে আমাক ভয়ক ॥

তোক ক্ষমা নকৰিবো আমাৰ বিস্তৰ ।
আমাৰ হাতত তই যাবি যমঘৰ ॥ ৩১২
এহি বুলি দৈত্যগণে ধৰিবাক যায় ।
দেখি বায়ুসুতে ঘোৰ গদাক উঠায় ॥
সকলো দানৱগণ মাৰিলা কোবায় ।
গোট গোট কৰি কতো লৰৰি পলায় ॥ ৩১৩
ভুইদণ্ডমান সবে দানৱ সেনাক ।
সমূলি মাৰিলা সব দানৱ লোকক ।
দেখি হেমা অৰ্জুনৰ আনন্দ অপাৰ ।
কৰিলা ভীমক গৈয়া হেমা নমস্কাৰ ॥ ৩১৪
গুচাইলা মৃত্যুভয় আমাৰ নিশ্চয় ।
তোমাৰ সমান উপকাৰী নাহিকয় ॥
বহুজন্ম ভাগ্য কৰি দেখিলো সম্প্রতি ।
তোমাসাক পালো মই হৰিত ভকতি ॥ ৩১৫

**[ হেমাৰ সৈতে ভীম অৰ্জুনৰ শঙ্কৰৰ থানত প্ৰবেশ ]**

আৰে শঙ্কৰৰ থানে কৰিয়া গমন ।
জগতৰ গুৰু তাঙ্ক পাবা দৰশন ॥
মহাদান তপ ব্ৰতে নপাৰে দেখিতে ।
হেন মহাদেৱে নেদেখিবা কদাচিতে ॥ ৩১৬
এহিমতে শীঘ্ৰবেগে পন্থে চলি যায় ।
কতো দিন অন্তে গৈয়া পাইলা সেহি ঠাই ॥



দেখিলেক পুৰীখান মহা মনোহৰ ।
বহলে দীঘলে গুণে নাহি সমসৰ ॥ ৩১৭
হীৰা মৰকত আৰি আছে বহুতৰ ।
ৰত্নময় গৃহসবে আছে ভৰপূৰ ॥
প্ৰবন্ধে নিৰ্মিয়া আছে ময় যে দানৱে ।
তৈত লোকসৱ আছে নিৰ্মল স্বভাৱে ॥ ৩১৮
স্ফটিকে গাঠিয়া আছে দেখিছে অনেক ।
চন্দ্ৰ সম প্ৰকাশন্ত অদ্ভুত প্ৰত্যেক ॥
তাক আৱৰিয়া আছে মহাবৃক্ষচয় ।
নাহি শীত উষ্ণ তাত বাত বৃষ্টি ভয় ॥ ৩১৯
তাল নাৰিকল গাছে শ্ৰীফল যে আৰু ।
ৰসাল থৈকৰা পদ্মবচি দেবদাৰু ॥
গাছক আৱৰি সব ফল আছে ধৰি ।
বাৰ মাসে লাগি থাকে জকমক কৰি ॥ ৩২০
অসংখ্যাত ভূত-প্ৰেত পন্থ নিবোধিয়া ।
তাহাতে বঞ্চয় ফল ভুঞ্জি মধুময় ॥
লাহৰী লাহৰী তাত সাজি আছে পথ ।
মনোময় গতি কৰে যতেক প্ৰমথ ॥ ৩২১
কতেক কহিবো গুণ শিৱৰ পুৰীৰ ।
প্ৰবন্ধে ৰচিত যিটো দানৱ শিল্পীৰ ॥
বৈশাখ মাহৰ নদী পৰম গহন ।
মাজে মাজে সুগন্ধিত জলে সুশোভন ॥ ৩২২

তাহাৰ উপৰে পাৰ্থ গতি কৰি যায় ।
কিবা জল কিবা স্থল পৰিমিত নাই ।।
যোগময় স্থান সিটো সীমা সংখ্যা নাই ।
মধ্যাহ্নৰ পন্থ এক দিবসে এৰায় ।। ৩২৩

মুনিয়ে বোলন্ত জন্মেজয় মহাশয় ।
শিৱৰ ৰহস্য স্থান মহা মনোময় ।।
তোমাত কহিবে পালো গুৰুৰ কৃপায় ।
লোকত প্ৰচাৰ হৈবে পৃথিৱী আলয় ।। ৩২৪

অনন্তৰে পাইলা গৈয়া হৰৰ আলয় ।
দ্বিতীয় বৈকুণ্ঠ যেন সাজিয়া আছয় ।।
এহিমতে ভীম ধনঞ্জয় হেমা সতী ।
প্ৰমথ নগৰ চাহি ৰহিলন্ত আতি ।। ৩২৫

শিৱৰ ভকত যত মনুষ্য সকল ।
ভোগ ভুক্তি উপাসনা কৰে কৌতূহল ।।
উশীনৰ পুত্ৰ সবে লোক সমন্বিতে ।
শঙ্কৰক কৰন্ত ভক্তি একান্ত চিত্তে ।। ৩২৬

নাহি জৰা ব্যাধি শোক চিন্তা যত ভয় ।
অন্য প্ৰজাগণ সবে তথাতে আছয় ।।
যদি খসি খসি পৰে কোটি ব্ৰহ্মাগণ ।
শঙ্কৰৰ পুৰী নোহে তথাপি পতন ।। ৩২৭

অৰ্জুন বদতি সতী ইটো কাৰ ঠাই ।
কাহাৰ থানক আমি আসিলো এৰাই ।।



হেমা বোলে প্ৰভুদেৱ প্ৰমথ নগৰী ।
তাক এৰি লভিলোহো মনুষ্যৰ পুৰী ।। ৩২৮

শঙ্কৰ দেৱৰ নিজ ভক্ত নিৰন্তৰে ।
চিৰকাল সুখে থাকে ইহাৰ ভিতৰে ।।
হেৰা দেখা ৰেণু ৰেণু থান বিতোপন ।
পূৰ্ণচন্দ্ৰ সম জ্বলে দেখি সুশোভন ।। ৩২৯

বহল বিস্তৰ হোৱে সত্তৰি দিনৰ ।
বেৰত প্ৰমাণ হোৱে ষাঠি প্ৰহৰৰ ।।
উচ্ছ্ৰিত হোৱয় জানা লক্ষেক প্ৰমাণ ।
ডালে পত্ৰে আগুৰিয়া আছে সিটো থান ।। ৩৩০

ব্ৰহ্মময় বৃক্ষ আতি মহিমা আছয় ।
ক্ষুধা তৃষ্ণা ব্যাধি শীত পীড়া নকৰয় ।।
নাহি ক্ষুধা তৃষ্ণা শীত বৰ বিপৰীত ।
হীৰা মৰকত বান্ধি আছয় গুৰিত ।। ৩৩১

বহল ডাঙৰ সভাখান ৰুচিকৰ ।
সিদ্ধ সাধ্য বিদ্যাধৰী মুনি নিৰন্তৰ ।।
বহল বিস্তৰ সভাখান ভয়ঙ্কৰ ।
হৰিনাম কীৰ্তনৰ ধ্বনি মনোহৰ ।। ৩৩২

দণ্ড ছত্ৰে বাদ্য ভণ্ডে যোগানে আছয় ।
হেনমত সভাখান কৈত নতু হয় ।।
জগত ঈশ্বৰ হৰ ৰত্ন-সিংহাসনে ।
গৌৰী সমে বসিয়া আছয় ৰঙ্গ মনে ।। ৩৩৩

কতোক্ষণ মানে থাকি সমাজ ভাঙ্গিলা ।
নিজ ভৃত্যবৰ্গ সমে ভিতৰে পশিলা ॥

## [ গৌৰীৰ লগত হেমাৰ সাক্ষাত ]

পাচে হেমা দেৱী তাৰা দুহান্তক থই ।
গৌৰীৰ থানত গৈয়া প্ৰৱেশিলা গই ॥ ৩৩৪
প্ৰণাম কৰিয়া ৰঙ্গে তথাতে ৰহিলা ।
দেখি মহামায়া দেৱী তাহাতে পুছিলা ॥
কৈৰ পৰা আইলা হেমা ৰাজাৰ-নন্দিনী ।
তোৰ দুখ শোক নাশ ভৈল আছো শুনি ॥ ৩৩৫
দাৰুণ ৰাক্ষস মৰি গৈল কুটুম্বৰ ।
হৈবেক কুশল তোৰ ভ্ৰাতৃ যমপুৰ ॥
কিমতে আসিলা কহিয়োক কথা যত ।
কহিয়ো সকল কাৰ্য্য আমাৰ আগত ॥ ৩৩৬
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
শুনি হেমা কুমাৰীৰ আনন্দ হৃদয় ॥
আদি অন্ত কথা যত গৌৰীত কহিলা ।
যেনমতে দুহান্তক গৰ্তক আনিলা ॥ ৩৩৭
অশ্বকৰ্ণ ৰাক্ষসক যিমতে মাৰিলা ।
বৰাহ-বিষ্ণুৰ গদা যিমতে লভিলা ॥
শুনিয়ো গোসানী আই কথা গুৰুতৰ ।
বনত নাছিলা আৰু পুত্ৰ পাণ্ডুৰৰ ॥ ৩৩৮



একজন ৰাজা আৰু চাৰিজন ভাই ।
লগত সুন্দৰী তান উপমা যে নাই ॥
তান দুইক লগে আনিলোহো ইটোথান ।
মাৰিলা কোবাই ৰাক্ষসক পশু যেন ॥ ৩৩৯
আৰো আসিলেক যত কহিবো কতেক ।
কোবাই মাৰিল তাক যেন পশু-জাক ॥
গোসাই গোসানী দুই দেখিবাক মনে ।
দুয়োজন আনন্দে আসিছে ইটো থানে ॥ ৩৪০

## [ শঙ্কৰৰ লগত ভীম-অৰ্জুনৰ সাক্ষাত ]

হেন শুনি গোসানীৰ কৌতুক মনত ।
মহেশৰ আগে জান দিলেক সতত ॥
শুনিয়ো গোসাই কাৰ্য্য হৈয়াছে শোভন ।
আসিয়াছে শুনা পাণ্ডু পুত্ৰ দুইজন ॥ ৩৪১
অশ্বকৰ্ণ ৰাক্ষসক মাৰিলা কোবাই ।
তোমাক দেখিবে প্ৰতি আসিছে ইঠাই ॥
হেমা কুমাৰীয়ে আনি আছে যত্ন কৰি ।
ৰনৰ মাজৰ পৰা আনিলেক হৰি ॥ ৩৪৩
হেন শুনি ত্ৰিনয়নে হাস্য কৰি আতি ।
নিবাক লাগিয়া দূত ভেজিলা সম্প্ৰতি ॥
ৰহি আছে দুই ভাই শিৰক ধিয়ায় ।
কহিলেক দূতে তান আদেশ বোলায় ॥ ৩৪৪

শুনা ৰঙ্গমনে তুই কৰিলা গমন ।
প্ৰদক্ষিণ কৰিপাচে থিৰ কৰি মন ॥
দেখিলেক ভীম পাচে দেৱতা শঙ্কৰে ।
প্ৰণাম কৰিলা পাচে দেৱ মহেশ্বৰে ॥ ৩৪৫
হীৰা মৰকতচয় বিচিত্ৰ আটাল ।
ৰতনে খচিত ৰত্ন আছে ভাল ভাল ॥
মহা মহা পাৰিষদগণ নিৰন্তৰ ।
সেৱা কৰি ৰহি আছে সমাজ বিস্তাৰ ॥ ৩৪৬
অমৃত পায়স মানে যতেক সম্ভাৰ ।
দধি দুগ্ধ আনো দ্ৰব্য বহুবিধ আৰ ॥
ৰাজাগণে পূজা দ্ৰব্য দিয়াছে যতেক ।
ৰাশিকৃত হুয়া পাছে দেখিলা প্ৰত্যেক । ৩৪৭
জন্মেজয় বোলে গুৰু কহা কৃপাময় ।
হৰক আৰাধি কোন সব ৰাজা হয় ॥
কিমত লক্ষণ তাৰ তাসম্বাৰ কাজ ।
কতবা বৰিষ তাৰা ভুঞ্জে ৰাজ কাজ ॥ ৩৪৮
পৃথিৱীমণ্ডলে যত নৃপতি আছয় ।
কিবা শঙ্কৰৰ সবে প্ৰসাদে হোৱয় ॥
মুনিয়ে কহন্ত ৰাজা শুনিয়ো কথন ।
সত্তৰি অৰ্বুদ পৃথিৱীত ৰাজাগণ ॥ ৩৪৯
তাৰ বাছি লোৱা এক শত মহীপাল ।
পৃথিবী পালক বোলে শুনিয়ো ভূপাল ॥



নৰ লক্ষ নৰেন্দ্ৰ বাছিয়া তাত পাই ।
তাকে নৰেশ্বৰ বোলে জানা মহাৰায় ॥ ৩৫০
আছে বহু প্ৰজা তাৰ লৰে কৰভাৰ ।
উপৰ ৰাজাক সিটো কৰে সতকাৰ ॥
তাকে ৰাজা বুলিয় যে জানাহা সম্প্ৰতি ।
মন্ত্ৰীৰ অধীন সিটো জানিবা নৃপতি ॥ ৩৫১
এহিসব সিদ্ধে শঙ্কৰক আৰাধিয়া ।
মহেশৰ থানে সেৱা থাকয় কৰিয়া ॥
কৰ্ম অনুসাৰে মহাপ্ৰসাদ পাৱয় ।
পাচে পৃথিৱীত আসি নৰেন্দ্ৰ হোৱয় ॥ ৩৫২
এহিসব সিদ্ধলোক পৃথিৱীত হয় ।
বিচাৰত সৰ্বজনে একে বুলি কয় ।
ইকথা থাকোক আৰে শুনা পাচ কথা ।
পাণ্ডু পুত্ৰ সমে পাচে যি কৰিলা তথা ॥ ৩৫৩
শুনা সভাসদ বনপৰ্ব কথা-সাৰ ।
ৰহস্য জনম তাৰ সম নাহি আৰ ॥
ইহাক শ্ৰৱণে তৰে সংসাৰ দুৰ্গতি ।
ইহকালে ভকতিৰ পৰলোকে গতি ॥ ৩৫৪
মিলিবে মৰণ কাল-অজাগৰে গিলে ।
ধন জন পুত্ৰ দাৰা ৰহিবে সকলে ॥
একেশ্বৰে যমৰ কিঙ্কৰে নিবে ধৰি ।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি ॥ ৩৫৫

## [ ভীম-অৰ্জুনৰ শঙ্কৰ-স্তুতি ]

ছুলড়ী

মুনিয়ে কহন্ত নৃপতি শুনন্ত
পাণ্ডুৰৱ যশচয় ।
এহিমতে পাচে হৰক দেখিলা
ভীমসেন ধনঞ্জয় ॥
দিব্য সিংহাসনে বসিয়া আছন্ত
প্ৰলয় অন্তক হৰ ।
শিৰে ভয়ঙ্কৰ জটা মনোহৰ
অগনিৰ সমসৰ ॥ ৩৫৬
ৰবি শশী অগ্নি তিনি আসি যেন
জ্বলন্তে আছয় আতি ।
শিৰত গঙ্গাক সাৰটি ধৰিয়া
বিষ্ণুৰ গৌৰৱে আতি ॥
সুৰলিত ভুজ সৰ্পময় হাৰ
মুণ্ডমালা মনুষ্যৰ ।
কটি বাঘ ছাল ভস্ম কলেৱৰ
কাল-মূৰ্তি মহেশ্বৰ ॥ ৩৫৭
ত্ৰিশূল ডম্বৰু জগতৰ গুৰু
সঙ্গে গৌৰী মহাসতী ।
ভয়ঙ্কৰ সভা মাজত বসিয়া
প্ৰকাশ কৰন্ত আতি ॥



সেহিবেলা দুই পাণ্ডৱ কুমাৰ
তথাত দেখিলা শিৱে ।
জানু পাৰি দুয়ো প্ৰণাম কৰিলা
শঙ্কৰদেৱৰ পাৱে ॥ ৩৫৮

উঠি কৃতাঞ্জলি বোলন্ত বচন
নমো দেৱ শূলধৰ ।
তুমি জগতৰ সংহাৰ কৰন্তা
ব্ৰহ্মা আদি নিৰন্তৰ ॥
তুমি বৰদাতা নৰেন্দ্ৰৰ ধাতা
কালমূৰ্তি-বিভূষণ ।
তোমাৰেসে অংশে প্ৰজাক নিয়মে
পালে মহাৰাজাগণ ॥ ৩৫৯

তুমি পশুপতি প্ৰলয় অন্তক
ব্ৰহ্মাৰ বধ কাৰণ ।
তোমাৰ পালন সব দেৱগণ
ভূত স্বামী ত্ৰিলোচন ॥
এহিমতে বহু স্তুতি কৰি তৈত
ভীম-ধনঞ্জয় আছে ।
প্ৰলয়-অন্তক দেৱ গণেশ্বৰ
হাসিয়া মাতিলা পাচে ॥ ৩৬০

## [ দৈত্যক মাৰিবলৈ শঙ্কৰৰ আশীৰ্বাদ আৰু ধনু-শৰ আনিবলৈ মায়াক প্ৰেৰণ ]

বোলন্ত শঙ্কৰে শুনা ভীম-ধনঞ্জয় ।
তোৰাক ইথানে জানা আনি আছো মই ॥
হেমা কন্যা ৰাজাৰ দুহিতা বৰনাৰী ।
ৰাক্ষস মাৰিয়া সব লোক ৰক্ষা কৰি ॥ ৩৬৯
দুষ্ট দৈত্য দানৱ আছয় ইথানত ।
তাক বধিবাক তোৰা আনিছো সতত ॥
তোৰা দুই বীৰ মোৰ সমবল ধৰা ।
মহা ঘোৰ ৰণ কৰি দানৱক মাৰা ॥ ৩৬২
জানু পাৰি কৰযোৰে কহন্ত অৰ্জুন ।
নাহি ধনু-শৰ প্ৰভু আমি সব শূন্য ॥
হেন শুনি শঙ্কৰে সবাকে চাহিলন্ত ।
মায়াক মাতিয়া হেন বাক্য বুলিলন্ত ॥ ৩৬৩
শুনিয়োক মায়া তুমি শীঘ্ৰে গতি কৰ ।
বন হন্তে অৰ্জুনৰ আনা ধনু শৰ ॥
পূৰ্বে ব্ৰহ্মাবৰে হৃষ্ট-পুষ্ট দৈত্যগণ ।
মনুষ্যৰ হাতে তাৰ হৈবেক মৰণ ॥ ৩৬৪
এহি কাৰ্য্যে আনি আছো তোৰ দুহান্তক ।
সংশয় নকৰি শীঘ্ৰে মাৰা দৈত্যজাক ॥
শঙ্কৰৰ বচন শিৰত তুলি ধৰি ।
তেতিক্ষণে চলিলন্ত মহা বিদ্যাধৰী ॥ ৩৬৫



হেমন্ত বনক এৰি কদম্ব বনত ।
বসিয়াছে ৰাজা কুন্ত-নদীৰ তীৰত ॥
পত্ৰৰ গৃহত সিটো কুশলে আছয় ।
মনত বিৰসে কিন্তু যুধিষ্ঠিৰ ৰায় ॥ ৩৬৬
হা কৃষ্ণ কিনো মোক দিয়াইল তাপক ।
কোনে বান্ধিলেক মোৰ দুখানি বাপক ॥
ভৈল বিসঙ্গতি আতি খুজিয়া নাপায় ।
স্বৰ্গ মৰ্ত্য পাতালে কি নিলে কোনে পায় ॥ ৩৬৭
বলে পৰাক্ৰমে পাঞ্চ ভাই পুৰন্দৰ ।
শমন বীৰক সমৰত নাহি ডৰ ॥
ভালে কি আছয় নাসিলেক এতদিন ।
গুণন্তে ভাৱন্তে ৰাজা ভৈলন্ত মলিন ॥ ৩৬৮
সেহিবেলা ধৰ্ম মায়াবীৰ মহাবলী ।
মনে বোলে কাৰ্য্য মোৰ ভৈলন্ত সাফল ॥
এহি বেশে যায় যদি খোজে ধনু-শৰ ।
যদি তাক নিবাক নোবোলে নৃপবৰ ॥ ৩৬৯
পৰম মহন্ত ৰাজা তাহান বচন ।
বুলিলন্তে সিজিবেক মহাপাপগন ॥
হেনগুণি কৰিলন্ত পাছে মন স্থিৰ ।
যদিবা কহয় মোক বাক্য যুধিষ্ঠিৰ ॥ ৩৭০
এহি বেশ এৰি মই ধৰো মায়াবেশ ।
ৰাজাৰ আগত যায় হৈবোহো প্ৰবেশ ॥

ধৰিলন্ত সন্ন্যাসীৰ ৰূপ মনোহৰ।
শিৰত ধৰিলা জটা পৰম সুন্দৰ ॥ ৩৭১
চাৰি পাশে হাৰময় কপাল সুঠাম।
জুটলা জুটলি চুলি দেখি মনোৰম ॥
কান্ধত উত্তৰী হাড়মালা ৰুদ্ৰাক্ষৰ।
জকমক কৰে দান্ত দেখি লাগে ডৰ ॥ ৩৭২
দাড়ি গোফ জটা-জুট জোত বান্ধিছয়।
কটিতে কপিন তাতে হাৰ মণিময় ॥
আগবাঢ়ি লাখুটিক ধৰিয়া আছয়।
গল গল কৰি নাম মুখে উচ্চাৰয় ॥ ৩৭৩
হেন বেশে ৰাজাৰ আগত ভৈলা থিয়।
হাত মেলি বোলে বাপু হৌক চিৰঞ্জীৱ ॥
তুমি মহাজন কেনে আছা ইটো ঠাই।
তোমাৰ সঙ্গত দেখো একোজন নাই ॥ ৩৭৪
হেনয় মহন্ত কেনে থাকা ই ৰাজ্যত।
একেশ্বৰে আছা কেনে পত্ৰৰ গৃহত ॥
ইটো ঘোৰ বনবাস কৰা কি কাৰণ।
লগত সুন্দৰী দেখো আছে একজন ॥ ৩৭৫
যুধিষ্ঠিৰে বোলে শুনা অপূৰ্ব সন্ন্যাসী।
পাণ্ডুবংশে জন্ম মোৰ বনে আছো আসি ॥
আছয় মোহোৰ ভ্ৰাতৃ আৰু চাৰিজন।
নকুল সহদেৱ আৰু ভীম যে অৰ্জুন ॥ ৩৭৬



দুই ভাই মৃগ মাৰিবাক প্ৰতি গৈল।
বহু দিন ভৈলা বাপু বাৰ্তা যে নাসিল ॥
হেন শুনি সন্ন্যাসীয়ো দিলন্ত উত্তৰ।
মই বাৰ্তা কহো শুনা ভ্ৰাতৃ দুহান্তৰ ॥ ৩৭৭
তাহাঙ্ক লাগিয়া তুমি নকৰিবা শোক।
দেখিবা অল্পতে যত দুখ খণ্ডিবেক ॥
কুন্তীসুত ধৰ্মপালে সোধে যত্ন কৰি।
কৈত দেখিলাহা বুলি সোধন্ত সাদৰি ॥ ৩৭৮
তেহো বোলে দেখিলোহো বিতল পুৰত।
দুই ভাই আছে মহাদেৱৰ লগত ॥
শুনি যুধিষ্ঠিৰ ৰাজা বুলিলন্ত বাক।
কেন হেন কহিলেক অপূৰ্ব কথাক ॥ ৩৭৯
দূৰ হও সন্যাসী যে নোবোলোহো তোক।
মায়াবী যোগীয়ে ভাণ্ডিবাক চাহ মোহ ॥
মনুষ্য শৰীৰ মোৰ ভ্ৰাতৃ দুই জন।
কেনমতে কৰিলেক বিতলে গমন ॥ ৩৮০
মায়াবী সন্যাসী বোলে বিষ্ণু বিষ্ণু হৰি।
শোমাৰ আগত মিছা কৈবো কেন কৰি ॥
দুহিকে সন্যাসী মই মায়াবী অধম।
নিবাৰিতে আসি আছে তযু মনভ্ৰম ॥ ৩৮১
হেমা কন্যা আসিয়া তোমাৰ ভ্ৰাতৃ দুই।
মহেশ আজ্ঞায়ে নিলা মায়াৰন্ত হুই ॥

অশ্বকৰ্ণ ৰাক্ষসক তথাতে মাৰিলা ।
দৈত্য বধিবাক লাগি মহাদেৱে নিলা ॥ ৩৮২
ধনু-শৰ নাই বুলি আনিতে কহিলা ।
মোৰ নাম মুখে স্মৰি আনিবাক দিলা ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
চাপিলন্ত গৈয়া পাচে ধনুৰ নিলয় ॥ ৩৮৩
হাক দিবে খোজন্তে ধনুক তুলি লৈলা ।
মায়া কৰি আসি সিটো আকাশে চলিলা ॥
থাকিয়োক মহাৰাজ নকৰিবা মৰ্ম ।
আসিবন্ত তযু ভাতৃ কৰি ঘোৰ কৰ্ম ॥ ৩৮৪

## [ দানৱৰ লগত ভীম-অৰ্জুনৰ ৰণ ]

এহি কহি ধনু লৈয়া বিতলে পশিলা ।
ধনু-শৰ নিয়া পাচে অৰ্জুনক দিলা ॥
হাতে ধনু ধৰি ধনঞ্জয় মহাবলী ।
হৰক নমিয়া বীৰে ৰহিলা আকলি ॥ ৩৮৫
হেন দেখি শঙ্কৰে হাসিলা খলখলি ।
লোকে আৱে চাহিয়োক দুয়ো মহাৱলী ॥
পূৰ্ব্বৱতে গদা ধৰি দানৱ বধিলা ।
কাৰ্য্যক সাধিয়া নিজ স্থানক চলিলা ॥ ৩৮৬
মহাবেগে দুই বীৰ উৎসাহন্তে যায় ।
কতো বেলিমানে গৈয়া বনভূমি পায় ॥



কালমেঘসম সবদানৱ দুৰ্জয় ।
ভীম-অৰ্জুনক প্ৰতি শৰ বৰিষয় ॥ ৩৮৭
হেন দেখি মহা কোপে বীৰ বৃকোদৰ ।
গদা ধৰি চলে কালান্তক সমসৰ ॥
এৰৈকক কোবত শত দানৱ মৰয় ।
তথাপি সিসবে পাচভৰি-নকৰয় ॥ ৩৮৮
একেলগে খেদি আসে পৃথিৱী কম্পায় ।
দেখিয়া ভীমৰ কিঞ্চিতেক ভয় নাই ॥
এহিমতে যুদ্ধ ভৈল দুই দণ্ডমান ।
শুনা পাচ কথা পৰীক্ষিতৰ নন্দন ॥ ৩৮৯
বনপৰ্ব কথা ইটো পাতালী পৰ্বৰ ।
শুনা একচিত্তে যত সভাসদ নৰ ॥
ইহাক শুনিয়ো সবে মন স্থিৰ কৰি ।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ৩৯০

## [ দৈত্য-দানৱৰ বংশ ]

ওচৰে নপাৰে শৰ ভীম-অৰ্জুনৰ ।
অৰ্দ্ধেক পন্থত তাক কৰিলা সংহাৰ ॥
নপাৰে সমীপ দানৱৰ শৰচয় ।
সেহিবেলা হাসিবাক লৈলা ধনঞ্জয় ॥ ৩৯১
মহা আনন্দিত মনে উঠি বীৰবৰ ।
আগবাঢ়ি যায় ধৰিলেক ধনু-শৰ ॥

প্ৰহাৰিবে লৈলা শৰ ধনুক আজুৰি ।
চণ্ডনাদ কৰি শৰ নিয়ন্ত সংহৰি ॥ ৩৯২
কাৰো হাত কাটে কাৰো কাটে কঙ্কালত ।
শৰ জালে কাৰো পাৰ ভৈলা জৰ্জ্জৰিত ॥
কতো কতো ৰাক্ষসে পাৰয় ধাউগেৰি ।
মোৰ পুত্ৰ-পত্নী সবে ঐত বৈল পৰি ॥ ৩৯৩
এহিমতে অৰ্জুনৰ শৰে কাটি নিলা ।
অৰ্দ্ধেক দানৱ সেনা যমঘৰে গৈলা ॥
জন্মেজয় বোলে মোৰ মিলিল সংশয় ।
তথাত ৰাক্ষস সৈন্য কতৰা আছয় ॥ ৩৯৪
লঙ্কাত ৰাক্ষস আছিলেক যতমানে ।
সবে যমঘৰে গৈলা শ্ৰীৰামৰ বাণে ॥
কতনো দানৱ যক্ষ ৰাক্ষস অসুৰ ।
সবাহাৰ কহা লেখা মন হৌক স্থিৰ ॥ ৩৯৫
ঋষিয়ে বোলন্ত ৰাজা ইয়ো কথা হয় ।
ভিন্ন ভিন্ন জন্ম জাতি সবাৰো আছয় ॥
সবাহাকে প্ৰকৃতিয়ে সৃজিলা পূৰ্বত ।
ৰসাতলে থান দিলা কৰি মনোমত ॥ ৩৯৬
উৎপত্তি প্ৰলয় শুভাশুভ যত হয় ।
পূৰ্ব সংস্কাৰে আসি তথাতে মিলয় ॥
হিৰণ্য কশিপু আদি যত দৈত্যচয় ।
কশ্যপ ঋষিত হন্তে জন্মিয়া আছয় ॥ ৩৯৭



কুম্ভকৰ্ণ ৰাৱণ প্ৰমুখ্যে নিশাচৰ ।
পৌলস্ত্য ঋষিত হন্তে জনম তাহাৰ ॥
নাম গোত্ৰ কহো শুনা আনো দানৱৰ ।
জম্ভাসুৰ আদি কৰি নমুচি শঙ্কৰ ॥ ৩৯৮
দুন্দুভিক ধৃতকেতু বংশ অন্তধাৰ ।
সবে মহা পৰাক্ৰমী বীৰ বলীয়াৰ ॥
মালী যে সুমালী বীৰমালী ভদ্ৰমালী ।
এহিসব বীৰ যক্ষ বংশে মহাবলী ॥ ৩৯৯
এসবক এৰি যক্ষ আছয় বহুত ।
সবেয়ো পশিল জাতি যক্ষ পৃথিৱীত ॥
পৰম হিংসুক দেখি বিধাতা পূৰ্বত ।
তাসম্বাক দিলা থান সবাৰো অধোত ॥ ৪০০
গাৱে গাৱে সবাৰ আছয় অধিকাৰ ।
একেবাৰে দেও লেখা শুনা তাসম্বাৰ ॥
ষাঠি লক্ষ নৱ খৰ্ব সত্তৰি অযুত ।
বিধাতায়ে থান পূৰ্বে দিলা বিতলত ॥ ৪০১
সমুদায়ে মহানন্দে তথাতে বঞ্চয় ।
পৰম বিচিত্ৰ স্থান কশ্যপ আলয় ॥
কহিলো তোমাত বংশ দৈত্য দানৱৰ ।
ইসবত কৰি দন্ত দৈত্য বলীয়াৰ ॥ ৪০২
মহাবলী কৰি পূৰ্বে প্ৰকৃতি সৃজিলা ।
ব্ৰহ্মাৰ দিবস মানে তাঙ্ক আয়ু দিলা ॥

পৃথ্বীগৰ্ভে মাধৱেয়ো দন্তক বধিলা ।
তাৰ পুত্ৰ শুম্ভ নামে ৰাজা হৈয়া ৰৈলা ॥ ৪০৩
অশ্বকৰ্ণ ৰাক্ষসক বধিবাক শুনি ।
মহাক্ৰোধ কৰি সিটো আসিলা আপুনি ॥
যত দৈত্য দানৱ আসিছে সিবেলাত ।
কোনে লেখা সংখ্যা তাৰ কহিবে শকত ॥ ৪০৪
ভূত-প্ৰেত প্ৰমথক মাৰে নিৰন্তৰ ।
উদ্যানোপবন সব ভাঙ্গিলা সত্বৰ ॥
কিল কিল শব্দ শুনন্তে ভয় ভীত ।
ভাঙ্গিলা প্ৰমথ সেনাগণ আছে যত ॥ ৪০৫

## [ শিৱৰ থানত দানৱৰ উৎপাত ]

হেন দেখি দানৱ সকলে বল পাই ।
শিৱৰ পুৰৰ ঘৰ বাৰীক ভাঙ্গয় ॥
তড়াগ পুষ্কৰ্ণী আৰো সৰোবৰচয় ।
হীৰা মৰকত স্থলি চাহন নযায় । ৪০৬
নাহি ৰাত্ৰি দিন চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ ।
সৰ্বকালে প্ৰকাশয় থানৰ আভাস ॥
কি কহিবো শঙ্কৰৰ থানৰ মহত্ত্ব ।
তাহাক ভাঙ্গয় দুষ্ট দৈত্য সৈন্য যত ॥ ৪০৭
মহামনোহৰ পুৰী দৈত্য প্ৰজটিল ।
অনন্তৰ কালত যে ঘণ্ডাল লাগিল ॥



ধৰ ধৰ মাৰ মাৰ কৰে কোলাহল ।
শুনিয়া শঙ্কৰে দৈত্য-সেনাৰ আস্ফাল ॥ ৪০৮
নন্দী ভৃঙ্গী দুইজন মহা পৰিষদ ।
দুহাঙ্কো পাঞ্চিলা কিবা মিলিল প্ৰমাদ ॥
চল শীঘ্ৰ কৰি মোৰ মুখ্য সেনাচয় ।
দানৱসকলে ঘৰ দৰজা ভাঙ্গয় ॥ ৪০৯
মুনিয়ে বোলন্ত পৰীক্ষিতৰ তনয় ।
শিৱৰ আদেশে চলিলন্ত সেনাচয় ॥
ৰতনে ৰচিত চাৰু মৰকত স্থলী ।
দানৱে ব্যাপিলা তাক দেখি মহাৱলী ॥ ৪১০
ভাঙ্গিলেক প্ৰমথৰ যত সৈন্যগণ ।
পালটিয়া শঙ্কৰত সবে দিলা জান ॥
আদেশ গোসহি ঘোৰ মিলিল প্ৰলয় ।
দানৱে কৰিলা প্ৰমথৰ বীপৰ্য্যয় ॥ ৪১১
মাৰিলা কোবাই আমাসাৰ সেনা যত ।
খানিতেকে প্ৰবেশিবে পুষ্প আশ্ৰমত ॥

## [ দানৱ-সেনাপতি শুম্ভৰ লগত শিৱৰ প্ৰমথ-সেনা আৰু ভীম-অৰ্জুনৰ ৰণ ]

শুনি মহেশ্বৰ মুনি মণ্ডক পাঞ্চিলা ।
দানৱৰ সৈন্যগণ মাৰিবাক দিলা ॥ ৪১২

লগে লৈয়া প্ৰমথৰ সৈন্য বহুতৰ ।
ভল্ল ভিণ্ডিপাল ধৰি পৰশু মুদ্গৰ ॥
হেন আৰম্বৰে মুনি মণ্ড চলি যায় ।
দেখিলে মাত্ৰকে তাক ধাতু উৰি যায় ॥ ৪১৩

শেল মুদ্গৰ ধৰি নিসন্ধি চলয় ।
প্ৰলয় কালত যেন বাৰিদ গৰ্জয় ॥
দৈত্য দানৱৰ সেনা আৰৱি চলয় ।
মহাক্ৰোধে প্ৰমথ সবক বিনাশয় ॥ ৪১৪

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
সেহিবেলা ভীমাৰ্জুন মিলিলা তথায় ॥
ঘোৰশৰে মাৰিলেক সৈন্য দানৱৰ ।
সেহি সবে শৰবৃষ্টি কৰে নিৰন্তৰ ॥ ৪১৫

শ্ৰাৱণ মাসত যেন মেঘে বৰিষয় ।
উভয় সৈন্যৰ শৰ ভৈলা সেহি নয় ॥
একো একো বীৰে ত্ৰিদশক নুগুনয় ।
ভীম-অৰ্জুনক শত সহস্ৰে যুজয় ॥ ৪১৬
সৈহি বেলা মহাকোপে বীৰ ধনঞ্জয় ।
দুয়োহস্তে দানৱক শৰ প্ৰহাৰয় ॥
হাত ভৰি কাটি কাৰো কান্ধক কাটিলা ।
অসংখ্য সহস্ৰ বীৰ ৰণত পৰিলা ॥ ৪১৭

ভীমসেনে কোবাই মাৰিলা যত যত ।
সংক্ষেপ পদত তাক কহিবোহো কত ॥



কতো দূৰে আছে শুম্ভ দানৱৰ ৰাজা ।
বাদ্যভণ্ডে দণ্ড ছত্ৰে বেঢ়ি সব প্ৰজা ॥ ৪১৮
ভীম-অৰ্জুনৰ হাতে পাই সবে ত্ৰাস ।
ৰাজাত দিলেক জান ছাৰিয়া নিশ্বাস ॥
শুনা ৰাজ-পুত্ৰ তুমি দেখিয়ো নেদেখা ।
যতেক পৰিল বীৰ নাহি তাৰ লেখা ॥ ৪১৯

তোমাৰ আগতে বৰ সৈন্য হোৱে ক্ষয় ।
ৰণ মাজে আছা কেনে শত্ৰুক ডৰায় ॥
শুনি শুম্ভ সেনাপতি সবাকো চাহিলা ।
ভীম-অৰ্জুনক ৰণ কৰিবে বুলিলা ॥ ৪২০

চলা শীঘ্ৰবেগে সবে বিলম্ব নকৰ ।
সমৰৰ মধ্যে মানুষক বেঢ়ি ধৰ ॥
শৃগাল হুইয়া সিংহে যুজিতেখোজয় ।
কতনো শকতি মাৰিবাক শঙ্কা নাই ॥ ৪২১

কৈত কালজিত বীৰ মোৰ বাক্য ধৰা ।
ঘোৰ যুদ্ধ কৰি ভীম-অৰ্জুনক মাৰা ॥
পাচে সাৱহিত হুয়া মহাযুদ্ধ কৰি ।
প্ৰমথক মাৰি তান ভাঙ্গিয়ো নগৰী ॥ ৪২২

আপুনি স্ৰজিলা কেনে আপুনি নাশয় ।
ইটো প্ৰতিকাৰে কিছো দোষ নাহিকয় ॥
নাথাকোক ইথানত কৈলাসে চলোক ।
তাঙ্ক কোনে ইটো ঠাই দিলা কোনলোক ॥ ৪২৩

ইসব ৰাজ্যত জানো মই অধিকাৰ ।
মোৰ ৰাজ্যে থাকি কৰে মোৰ অপকাৰ '।
ইহাক দেখিলে জানা কোনো দোষ নাই ।
আমাক খুজিয়া শুনোলৈলা ইটো ঠাই ॥ ৪২৪
আমাৰ উপৰিবংশ পূর্বত আছিলা ।
তাসম্বাক খুজি হৰে এহি ৰাজ্য লৈলা ॥
এবে আমাসাৰ কৰে এত অপকাৰ ।
যত বস্তু আছে সবে লৈয়োক সত্বৰ ॥ ৪২৫
হেনয় জনক খেদিলাত দোষ নাই ।
আপুনি থাকোক কৈলাশত সুখে যায় ॥
বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
এহিমতে দুৰাচাৰে ভৎসিলা বিস্তৰ ॥ ৪২৬
তিনি ভুৱনৰ যিটো কালৰূপ হৰ ।
স্রজন পালন সংহাৰণে মহেশ্বৰ ॥
হেন মহেশক থান অসুৰে দিৰয় ।
মহাজনসবে আৰ বুজিবা আশয় ॥ ৪২৭
দাম্ভিক দুর্জন মহা দুষ্টগণ যত ।
বৈষ্ণৱক নিন্দাবাক্য বোলে নানা মত ॥
মহন্ত সকলে তাক কটাক্ষ নকৰে ।
আপোনাৰ পাপে অধোগতি হুয়া মৰে ॥ ৪২৮
এহিমতে ৰাজায়ে বুলিলা মন্দ বানী ।
দুষ্ট সেনাপতি কালজিতে তাক শুনি ॥



মহা মহা বীৰগণ আদেশ কৰয় ।
প্রমথসকলে যেন খাইবে নপাৰয় ॥ ৪২৯
হৰ হৰ কৰি সব দানৱ লৰয় ।
আকাশৰ মেঘ যেন ভূমিত পৰয় ॥
বিতল পুৰক ছানি চলে নিৰন্তৰ ।
প্রমথত কৰি মহা তনু ভয়ঙ্কৰ ॥ ৪৩০
বিকৃতি আকাৰ মুখ দেখি ভয়ঙ্কৰ ।
প্রমথ সহিতে যুদ্ধ ভৈলা ঘোৰতৰ ॥
প্রমথ নগৰ শূল পৰিঘা বিনায় ।
ধনু তূণ বাণ কিছো বিচাৰি নাপায় ॥ ৪৩১
দৈত্য দানৱৰ ধনু পৰিঘা মুদ্গৰ ।
সবে অস্ত্র প্রহাৰয় দেখি চমৎকাৰ ॥
প্রমথসবৰ শূল পৰিঘাত পৰে ।
নাহিকয় অন্য অস্ত্র ধৰিবাৰ তৰে ॥ ৪৩২
দানৱৰ শৰে সবে ছেদি ভেদি নেই ।
প্রমথৰ শূল ঘাত উফৰি পৰয় ॥
মুদ্গৰ হানিয়া কতো আকাশে পৰয় ।
দলি মাৰি তাৰ দশ কুৰিক মাৰয় ॥ ৪৩৩
সতৰ দিনৰ পন্থ দানৱে জুৰিলা ।
শঙ্কৰৰ নগৰত খলক লাগিলা ॥
বেঢ়িলা দানৱে আসি পুৰী নিৰন্তৰ ।
গিৰ্ গিৰ্ শৱদ শুনন্তে ভয়ঙ্কৰ ॥ ৪৩৪

ভাঙ্গে ঘট পট ধ্বনি বৰ নীচজনে।
শঙ্কৰৰ আগত কহন্ত দুখ মনে ॥
আদেশিয়ো গোসাই কাৰ্য্যৰ বিসঙ্গতি।
কৈৰ পৰা নবগুটি আসিলা অহিতি ॥ ৪৩৫

কিবা ব্ৰহ্মা কিবা যম আসে মূৰ্তি ধৰি।
ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য তাৰ নোহে সমসৰি ॥
ধনু বাণ গদা-তূণ নাহি পৰিমিত।
গদাগোটে পাৰে সব ত্ৰৈলোক্য জিনিত ॥ ৪৩৬

ভাঙ্গিয়া দানৱ সৈন্য কিছো বিনাশিলা।
কতোমানে মুখ্য দানৱক জান দিলা ॥
চৌৰাশী হাজাৰ খৰ্ব দানৱ পদাতি।
সবাতো অধিক দৈত্য দন্তৰ সন্ততি ॥ ৪৩৭
বৰ বৰ বীৰ তাৰ নৰলক্ষ হয়।
সুৰাসুৰ জিনিবাক অক্লেশে পাৰয় ॥
আৰো এক কথা প্ৰভু শুনিছো নিশ্চয়।
একজন শুনো আৰো বিৰিঞ্চি আছয় ॥ ৪৩৮

আছয় ভূলোক তাৰ লেখা জোখা নাই।
তাৰ অধিপতি সিটো ব্ৰহ্মা গদা পায় ॥
তাতে বৰ লভি আছে দানৱ সকলে।
তাতেসে ব্ৰহ্মাৰ লোকে নপাৰয় বলে ॥ ৪৩৯
দুই গুটি মনুষ্যৰ মহত্ব আছয়।
বৰ ঈশ্বৰত সিটো কৰিছে আশ্ৰয় ॥



তাসম্বাৰ কাৰ্য্য যত দেখন্তে অদ্ভুত।
ৰাক্ষস দানৱগণ মাৰিলা বহুত ॥ ৪৪০

শোণিত বহয় নদী দেখি ভয়ঙ্কৰ।
উথলয় ঢউসব দেখি লাগে ডৰ ॥
সিটো দুহান্তৰ কাৰ্য্য দেখি লাগে ভয়।
একে শৰে কাটি আনে গদায়ে মাৰয় । ৪৪১

কতো কতো শোণিত নদীতে ডুবি মৰে।
কতো কতো বীৰমানে সান্তৰি অন্তৰে ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয়।
এহি শুনি শঙ্কৰত পাৰ্বতী পুছয় ॥ ৪৪২
আৰো কৈত আছে ব্ৰহ্মা কহিতে লাগয়।
শুনো একজন আৰো শঙ্কৰো আছয়।
তোমাৰ সমান কিবা অধিকে হোৱয়।
ইহাৰ মীমাংসা মোক কৰিয়ো গোসাই ॥ ৪৪৩

শুনি ত্ৰিনয়নে হেন বুলিলা বচন।
আছন্ত ঈশ্বৰ কৃষ্ণ দেৱ সনাতন ॥
যাক চৰাচৰে সদা আৰাধি সেৱন্ত।
তান সৃষ্টি বিভৱৰ নাহি আদি অন্ত ॥ ৪৪৪

আঠ কোণে আঠ খান ভুৱন আছয়।
তাহাৰ কাষৰে কোটি ব্ৰহ্মা প্ৰকাশয় ॥
তাতে মুখ্য কৰি ব্ৰহ্মা ৰুদ্ৰাদি আছয়।
স্থানে স্থানে যায় লীলা বিনোদ কৰয় ॥ ৪৪৫

যিটো কথা কহিলো পৰম গুহ্যতৰ ।
ইবেলাত নহে সিটো কথা প্ৰস্তাৰৰ ॥

আৰে মহাবণ হুয়া আছে ভয়ঙ্কৰ ।
আমাক দানৰে খেদে বিতলপুৰৰ ॥ ৪৪৬

তাহাতেসে খুজি আমি লৈলো ইটো থান ।
তাহাৰ উপৰি বংশে দিলা কিছো মান ॥

এতেকে দানৰে মোক কৈলাশে খেদয় ।
ইটো কথা পুছিবাক নলাগে নিশ্চয় ॥ ৪৪৭

বৈশম্পায়ন বদতি শুনা মহাশয় ।
এতেকতে দানৰৰ সৈন্য ভৈলা ক্ষয় ॥

মণিমন্ত আদি কৰি প্ৰমথ অপাৰ ।
নিৰন্তৰে দানৰৰ চিন্তিলন্ত মাৰ ॥ ৪৪৮

পাচে দানৰৰ সৈন্য শৰ-বৃষ্টি কৰে ।
প্ৰমথ সকলে ভঙ্গাইল নিৰন্তৰে ॥

নাক কাণ হাত ভৰি ফুটি নিৰন্তৰে ।
মহাপীড়া পায়া সবে লৰৰি অন্তৰে ॥ ৪৪৯

আশা এৰি গৈলা নৰ দিবসৰ পথ ।
আগবাঢ়ি গৈলা মণিমন্ত মহাৰথ ॥

শূলে বিন্ধি মাৰে শত সহস্ৰ খোচত ।
তথাপিতো আগবাঢ়ি যায় মেলি হাত ॥ ৪৫৮



## [ শঙ্কৰ পাৰ্বতীৰ ৰণযাত্ৰা ]

এহিমতে দানৱ মাৰিলা বহুতৰ ।
অনন্তৰে নগৰ পশিলা শঙ্কৰৰ ॥

পাৰ্বতীত হৰে পাচে বুলিনা বচন ।
আমিয়ো সমৰে আজি কৰিবো গমন ॥ ৪৫৯

পাৰ্বতী বোলয় প্ৰভু মই সঙ্গে যাম ।
অৰ্জুন ভীমৰে আজি দেখো পৰাক্ৰম ॥
হেন শুনি বৃষভ সাজিলা নন্দী বীৰ ।
অলঙ্কাৰ পিন্ধিলন্ত সমস্তে শৰীৰ ॥ ৪৫২

পৰ্বত শিখৰ সম বৃহৎ শৰীৰ ।
থানে থানে অলঙ্কাৰে শোভে বীৰবৰ ॥
হীৰা মণি মুকুতা ৰতন প্ৰৱালৰ ।
দিলা অলঙ্কাৰ যেন প্ৰকাশ সূৰ্য্যৰ ॥ ৪৫৩

তাহাতে লগাইলা খাত ৰত্ন সুৱৰ্ণৰ ।
আৰিলন্ত চন্দ্ৰতাপ বহল বিস্তৰ ॥
মুকুতা মুৰাৰি থোপা জিলিমিলি জ্বলে ।
লৈলন্ত ঘুগুৰা তাৰ ভয়ঙ্কৰ গলে ॥ ৪৫৪

থৈলেক উপৰে ভোজনৰ বস্তু যত ।
শৃঙ্গ সমে জ্বলে যেন ৰত্নৰ পৰ্বত ॥

তাহাতে চৰিলা যেৰে দেৱ ত্ৰিনয়ন ।
ব্ৰহ্মময় চিৰঞ্জীৱ বৃষভ বাহন ॥ ৪৫৫

প্রকাশ কৰয় নৰ আদিত্যৰ জ্যোতি ।
পৰম সুন্দৰ ধৌত দেহ জ্বলে আতি ॥
দণ্ড-ছত্রে বাদ্য-ভণ্ডে ধৰিলা যোগান ।
দল-দপ কৰে তান নসহে সন্ধান ॥ ৪৫৬
যুদ্ধাক যতেক আছে আগত চলয় ।
হেন মেৰু গিৰিবৰ দেখিতে তেনয় ॥
কাৰো তিনি চাৰি হাত ত্রিশূল প্রচণ্ড ।
লহ লহ জিহ্বা মেঘ হোৱে খণ্ড খণ্ড ॥ ৪৫৭
কাৰো তিনি কাৰো চাৰি কাৰো পঞ্চমুখে ।
পৰ্বতক গিলিবাক পাৰে অপ্রয়াসে ॥
নিকটায় আছে দান্তজাপ নযাৱয় ।
দেৱতা মনুষ্যে তাক দেখি পায় ভয় ॥ ৪৫৮
উজটিতে নিয়ে দৈত্য দানৱ কটক ।
উলটি ভাঙ্গয় সব নছাৱে পাচক ॥
কতো যুদ্ধ কৰি সেনা লাথিয়া মাৰিলা ।
দুই পৰমানে ভূমিখান শূন্য ভৈলা ॥ ৪৫৯
দেখিলেক দৈত্য বীৰ দেৱ ত্রিনয়ন ।
অৰ্জুন ভীমক দেখি কৰিলা বিমন ॥

## [ শিৱ-পাৰ্বতীৰ কথোপকথন ]

বোলন্ত গোসাই কাৰ্য্য ভৈল বিসঙ্গতি ।
দৈত্য সেনা বহুত দুহান অল্পমতি ॥ ৫৬০



নেদেখিলো তাসম্বাক দৈত্যৰ আৱত ।
কৰন্ত সমৰ দুই দৈত্যৰ মাজত ॥
যেন ঘোৰ মেঘ মধ্যে চন্দ্ৰৰ প্রকাশ ।
ক্ষণে ঢাকে ক্ষণে তাৰ দেখয় আভাস ॥ ৪৬১
পাৰ্বতী বোলন্ত প্রভু শোক কি কাৰণ ।
মোৰ দুই পুত্রে জানো হাৰিবেক ৰণ ॥
ইটো কথা মনত নানিবা পশুপতি ।
তোমাৰ আমাৰ শক্তি টুটয় সম্প্রতি ॥ ৪৬২
ভালমতে শক্তি দিয়া মহেশ্বৰ দেৱ ।
মই বৰ দিলো তাক নিজিনৌক কেৱ ॥
শঙ্কৰ বদতি দেৱী শুনা গিৰিসুত ।
বাঢ়ি আছে দৈত্যগণ ব্ৰহ্মাৰ বৰত ॥ ৪৬৩
মনুষ্যত মাত্র কিছুমান ছিদ্র থৈলা ।
এতেকেসে দৈত্যৰ বহুত প্রজা ভৈলা ॥
পাতাল পৃথিৱী সবে দেৱক পীড়য় ।
বাৰে বাৰে অস্নাৱতী কাঢ়িয়া লৱয় ॥ ৪৬৪
পৰম দানৱ দৈত্যগণ আছৈ যত ।
কাহাকো হুগুনে সবে বলৰ দৰ্পত ॥
যদি ভীমাৰ্জুন হন্তে নাশ নাহি হয় ।
পাতাল পৃথিৱী মানে হৈবো দৈত্যময় ॥ ৪৬৫
কিন্তু অল্পমতি বীৰ দুয়ো মানুষৰ ।
প্রমত্ত দানৱ সৈন্য বলত বিস্তৰ ॥

এতেকে তাহাৰ মই সহায় হইবো।
যতেক দানৱ মানে মাৰিয়া ফেলিবো ॥ ৪৬৬
পাৰ্বতী বদতি প্ৰভু দেৱ ত্ৰিনয়ন।
আপুনি নাশয় ব্ৰহ্মা সব সৃষ্টিগণ ॥
দানৱক বৰ দিলা কিসৰ নিমিত্ত।
কিহেতু চিন্তয় তাৰা লোকৰ তহিত ॥ ৪৬৭
স্পৰ্শক দিয়য় দুগ্ধ ভালুকক কোৰ।
কেনে হেন বিধাতাৰ মতিভৈল চূৰ ॥

## [ দানৱৰ লগত ভীম-অৰ্জুনৰ ৰণ আৰু ভীমৰ বিশ্ৰাম ]

এহি বুলি মৌন ভৈলা জগত জননী।
দানৱ গণেয়ো বেঢ়ি আসিলন্ত ছানি ॥ ৪৬৮
লক্ষে লক্ষে কোটি কোটি দানৱ দুৰ্বাৰ।
দেৱাসুৰে নসহয় লহৰী যাহাৰ ॥
ভাঙ্গিল প্ৰমথ যত দৈত্যৰ সন্ধানে।
আটাস পাৰয় দৈত্য বল আছে মানে ॥ ৪৬৯
গৈয়া পৃথিৱীক যায়।
নিঃশেষে মানুষ খাইবো কেমনে ৰাখয় ॥
পাতাল-বিতল স্বৰ্গ-পৃথিৱীক যাবো।
সকল দেৱতা ভাগ একত্ৰ কৰিবো ॥ ৪৭০



একালে পালে ৰহিবাক দুৰ্যুৱাই।
চাৰিখানমান লৈলে আমাক আটয় ॥
এহিমতে দৈত্যসবে ৰটে নানাভাৱে।
শুনি শঙ্কৰৰ আৰ নসহিল গাৱে ॥ ৪৭১
বোলন্ত পাতকীসবে মিলাৱে প্ৰলয়।
চাৰিলোক লৈবে মনে আলোচ কৰয় ॥
পৃথ্বীগৰ্ভে মাধৱে মাৰিলা একবাৰ।
সেহি ধৰি চকিছিল দানৱ দুৰ্বাৰ ॥ ৪৭২
ব্ৰহ্মাদেৱ বৰে সবে বাঢ়িয়া আছয়।
ইবাৰ উঠিলে আৰ কমনে ৰাখায় ॥
ইথানে ইহাক আমি ৰাখিবে লাগয়।
অৰ্জুন ভীমৰ হস্তে কৰাইবো ক্ষয় ॥ ৪৭৩
এহি কহি ৰহি আছে দেৱ ত্ৰিপুৰাৰি।
মুনিয়ে বোলন্ত ৰাজা শুনা মন কৰি।
অনন্তৰে কুন্তীৰ তনয় ধনঞ্জয়।
পোন্ধৰ অযুত দৈত্য নিলা যমালয় ॥ ৪৭৪
তাৱে পঞ্চ অযুত উঠিলা পুনৰ্বাৰ।
উঠি উঠি অৰ্জুনক পুনু দিলাধাৰ ॥
ব্ৰহ্মাৰ বলত পুনু জীৱে মৰি মৰি।
কৰয় প্ৰহাৰ শৰ হাতে ধনু ধৰি ॥ ৪৭৫
গাৰি-শিৰ বিভাগিয়া যতেক পৰয়।
সিসব দানৱ আৰ জীৱে নপাৰৰ ॥

বৃকোদৰে মাৰিলা দানৱ কোটি কোটি ।
এক কোটি মাৰি আৰ কৰিলা নিগুটি ॥ ৪৭৬
কোটি এক উঠি পুনৰ্বাৰ ৰণ কৰে ।
দেখি বায়ুসুত আতি চমকিল ৰবে ॥
কিনো অদভুত ক্ষয় নাহি দানৱৰ ।
পুনু পুনু উঠি আসি কৰয় সমৰ ॥ ৪৭৭
নসহে শৰীৰ মোৰ শৰৰ সন্ধানে ।
দানৱৰ ছোটিত জীৱাক শঙ্কা মনে ॥
ধাৰাসাৰে বহে ৰক্ত সৰ্ব শৰীৰত ।
ফুলিল মন্দাৰ যেন বসন্ত কালত ॥ ৪৭৮
নচলয় হাত ভৰি কৰে ৰাম ৰাম ।
মৰাশৰ আৰে কিছো কৰিবো বিশ্ৰাম ॥
এহি বুলি লুকাইয়া বায়ুৰ কুমাৰ ।
অৰ্জুনে বোলয় ৰণ ভৈলং ঘোৰতৰ ॥ ৪৭৯
কতো দানৱৰ শৰে নসহে শৰীৰ ।
জমক দেখয় কুন্তীসুত মহাবীৰ ॥
লগত সহায় নাই কৃষ্ণ নাম বিনা ।
কৃষ্ণ নাম ঘনে ঘনে কৰয় স্মৰণ ॥ ৪৮০
সেহিবেলা দম্ভৰ তনয় দুষ্টজন ।
সৈন্যৰ মৰণ দেখি কোপ কৰি মন ॥
অৰ্জুনে বোলয় দানৱৰ বৰ ৰাগ ।
আহ বুলি ধনু ধৰি ভেন্টিলেক আগ ॥ ৪৮১



নমো নমো নাৰায়ণ পুৰুষ প্ৰধান ।
ভকতক ৰক্ষা কৰি ফুৰা সৰ্বক্ষণ ॥
তোমাৰ ভৃত্যৰ ভৃত্য হোক মোৰ মতি ।
বদতি ভাৰতচন্দ্ৰে কৃষ্ণ পদে ৰতি ॥ ৪৮২
হৰি হৰি স্মৰা আত্মা, তাহাত চৰিত ।
ৰাম ৰাম বুলি লোৱা পৰলোক বিত ॥

## [ দানৱৰ লগত অৰ্জুনৰ ৰণ ]

### ছুলড়ী

ঋষি নিগদতি শুনা মহামতি
নৃপ পৰীক্ষিত সুত ।
দেখন্তে শঙ্কৰ দৈত্য অৰ্জুনৰ
সমৰ ভৈল অদ্ভুত ॥ ৪৮৩
অসংখ্য দানৱ কোটি এক মানৱ
দানৱৰ উলি জুলি ।
তিনিয়ো লোকক লৈবেক খোজয়
কৰি ঘোৰ মহতালি ॥
মোহোৰ পুৰীক আক্ৰমিয়া ধায়
স্বৰ্গপুৰ লৈবে মন ।
অৰ্জুন ভীমৰ হাতত মৰিয়া
উঠি পুনু কৰে ৰণ ॥ ৪৮৪

দন্তৰ তনয় দাৰুণ দুৰ্জ্জয়
বীৰৰ মধ্যে প্ৰচণ্ড ।
অৰ্জ্জুন বীৰক মহাশৰ বৰ
বৰষিলা বৰচণ্ড ॥
কতো আকাশত কতো শৰীৰত
কতো যায় অন্তৰিয়া ।
কুন্তীৰ তনয় সন্ধানে ফুটিয়া
ৰুধিৰে বহয় হিয়া ॥ ৪৮৫
মহাশৰ ঘাৱে জমক দেখিয়া
কুন্তীপুত্ৰ ধনঞ্জয় ।
ৰব ত্ৰাসান্বিত হুয়া মহাবীৰ
কৃষ্ণ নাম উচ্চাৰয় ॥
অৰ্জ্জুনৰ হেন বিশ্ৰুতি দেখিয়া
ভকত-বৎসল হৰি ।
হৃদয়ে প্ৰবেশি যত দুখ শোক
নিৰন্তৰে দূৰ কৰি ॥ ৪৮৬
সব পীড়া দূৰ ভৈলা অৰ্জ্জুনৰ
খণ্ডিলা সবে বিকল ।
কৃষ্ণ গুণ তেজে উল্লাসিল মন
ষোল গুণে ভৈল বল ॥
শৰঘাৱে যত পীড়া পাইলেক
ক্ষণেকে সবে গুচিল ।



ইটো মোৰ দুখ কৃষ্ণে গুচাইলে
মনত আক জানিল ॥ ৪৮৭
মহা বলৱন্ত বীৰ ধনঞ্জয়
ক্ৰোধে আতি উথলিল ।
অসংখ্যাত শৰ প্ৰহাৰ কৰিয়া
দানৱক নিবোধিল ॥
দেখা জন্মেজয় ভকত বৎসল
কৃষ্ণৰ কৃপালু ভাৱ ।
সৰ্বভাৱে হৰি ভক্তক ৰাখন্ত
যেহেন পুত্ৰক মাৱ ॥ ৪৮৮
ক্ষণেকে অৰ্জ্জুন দৈত্যৰ শৰত
পৰি যান্ত যমালয় ।
পৰম ঈশ্বৰ কৃষ্ণেসে ৰাখিল
নুহি ইটো অসম্ভৱ ॥
কৃষ্ণৰ সমান কৃপালু দেৱতা
নাহি জানো সাৰে সাৰ ।
হেন জানি ৰাজা কৃষ্ণৰ চৰণে
নেৰিবা ভকতি আৰ ॥ ৪৮৯
ই কথা থাকোক শুনা পাচকথা
ধনঞ্জয় যি কৰিলা ।
সি বেলাত দন্ত দানৱৰ সুতে
অৰ্জ্জুনক যি বুলিলা ॥

যেন আকাশত মেঘৰ গৰ্জন
বুলিবে লৈলা বচন ।
শুনা মানুষৰ ছাৰাল দুৰ্জন
মিলিল তোৰ মৰণ ॥ ৪৯০
আপুন পৰক নিচিনিয়া কেনে
বিতল পুৰে আসিলি ।
দন্দ্ব কিনি আসি অকাৰণে কেনে
বিপাঙ্গে পৰি মৰিলি ॥

## [ দন্তৰ পুত্ৰৰ লগত অৰ্জুনৰ ৰণ আৰু শঙ্কৰৰ দ্বাৰা ভীম-অৰ্জুনৰ প্ৰাণ ৰক্ষা ]

### পদ

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
দৈত্যৰ বচন শুনি পাণ্ডুৰ তনয় ॥ ৪৯১
মহাশোকে দুখে তাক বোলয় বচন ।
শুনা আবে দুৰাচাৰ দন্তৰ নন্দন ॥
কেনমতে ৰট দুষ্ট অশুভ বচন ।
আপুনি মৰিলি দুষ্ট দুবুজি কাৰণ ॥ ৪৯২
যতেক মাৰিয়া আছো দৈত্য সমৰত ।
সি সবক তই কেনে নাৰাখা ৰণত ॥



মুনিষায় কথা কহ নিলাজ বৰ্বৰ ।
শঙ্কৰক খেদি লইবি কৈলাস নগৰ ॥ ৪৯৩
হেন বুলি পাষণ্ড কহস কোন লাজে ।
মহাকাল মূৰ্তি আৰ নাহি যাত বাজে ॥
তাহাঙ্ক অৱজ্ঞা কৰ মৰণ বেলাত ।
দেখ পাপী আজি মই কৰো কন্ধপাত । ৪৯৪
এহি বুলি কুন্তীৰ তনয় বলীয়াৰ ।
অদৈত্য কৰিবো আজি লোক নিৰন্তৰ ॥
দেৱ-গন্ধৰ্বৰ গুচাইবো দৈত্যভয় ।
বাৰে বাৰে দুৰাচাৰে ইন্দ্ৰক যুজয় ॥ ৪৯৫
পাতালৰ পৰা উঠি পৃথিৱীক যায় ।
ব্ৰহ্মাত লভিয়া বৰ কৰে মুনিষায় ॥
সবাহাৰ দুৰ্গতি খণ্ডাবো এহি ঠাই ।
যদি মোক বৰ দেন্ত হৰ কৃপাময় ॥ ৪৯৬
এহি কহি৹ধনুখান টঙ্কাৰ কৰিলা ।
দৈত্যৰ সেনাৰ মাজে চমক লাগিলা ॥
নাগ-কক্ষ শৰপাটি জুৰিলা গুণত ।
দানৱগণক আজি কৰিবো বিঘাত ॥ ৪৯৭
মন্ত্ৰ অভিষেক কৰি কৰ্ণমানে টানি ।
আটাসেক দিয়া বীৰে পঠাইলেক হানি ॥
বিম্বাদ শৰদে শৰ পথে বহি যায় ।
দন্তৰ পুত্ৰৰ শিৰ আলাগতে পায় ॥ ৪৯৮

তারক্ষণে তাক শৰে কাটি পেলাইলা ।
সিংহ যান হন্তে খসি ভূমিত পৰিলা ॥
সাৰথি সহিতে সিংহগোট জাম্প দিলা ।
অনেক দানৱ সৈন্য ছোটত মৰিলা ॥ ৪৯৯

খানিতেক মানে সিটো পৰিয়া আছিল ।
ডেৰ দিয়া শিৰগোট গাণ্ডিত লাগিল ॥
মুনিয়ে বোলন্ত ৰাজা শুনা জন্মেজয় ।
দেখি অর্জুনৰ আতি মনত বিস্ময় ॥ ৫০০

আগৰ সন্ধানে আৰ নৰহে শৰীৰ ।
পৰাক্রমে ইহাৰ ছেদিলো নিজ শিৰ ॥
ইবাৰ অসুৰে মোক নেড়িব কদাচ ।
এহি বুলি মনে গুণি কৰন্ত আলচ ॥ ৫০১

ধনুখান ধৰি ধীৰে তূণক চাহিলা ।
বাসৱৰ দত্ত অস্ত্র মনত পৰিলা ॥
বঘাসুৰ বধিবাক দিলা হৰি হয় ।
তাক জুৰিলন্ত আনি কুন্তীৰ তনয় ॥ ৫০২

ঢল ঢল কৰে কঙ্ক পাখী যেন নয় ।
শাণিত তীখাল বৰ চাহন নাযায় ॥
তাক প্রহাৰিবে প্রতি গুণত যুৰিলা ।
দেখি দৈত্যগোট আসি শৰ প্রহাৰিলা ॥ ৫০৩

ব্রহ্মাৰ বৰত সিটো বাঢ়িয়া আছয় ।
যতেক কাটয় অস্ত্রে বলহে বাঢ়য় ॥



মহাবীৰ অর্জুনক প্রহাৰিয়া শৰ ।
নাক মুখ গাৱক ছেদিলা নিৰন্তৰ ॥ ৫০৪

হৰ পার্বতীৰ বৰে পীড়া নপাৰন্ত ।
খাণিক বিশ্রামি বীৰে শৰ হানিলন্ত ॥
বিস্বাদ শৰদে শৰপাট চলি যায় ।
অগণি কণিকা তাৰ গাৱত বজায় ॥ ৫০৫

মহাবেগে আসি তাৰ গাৱত পৰিলা ।
তীক্ষ্ণতৰ শৰ পৰি শিৰক ছেদিলা ॥
কৈত গৈলা দৈত্যগোট চাহে নিৰন্তৰ ।
অর্জুনৰ তূণত পশিলা পুনর্বাৰ ॥ ৫০৬

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
মণিমন্তক মাতিলা হৰ কৃপাময় ॥
শুনা মণিমন্ত কহা অর্জুনৰ আগে ।
প্রহাৰ কৰোক পাশুপাত্র মহাভাগে ॥ ৫০৭

আনমতে দৈত্যবধ কৰণ নযায় ।
চৈধ্যয় লোকত দৈত্য অন্যায় কৰয় ॥
পৰম প্রবন্ধে তাক প্রকৃতি নির্মিলা ।
কালমূর্তি শঙ্কৰক সেই শূল দিলা ॥ ৫০৮

পৰম প্রচণ্ড ভাৰ ধৰি ত্রিপুৰাৰি ।
এহি মহা শূল তাৰ গুণ যে বিস্তাৰি ॥
প্রলয় অন্তক সিটো শঙ্কৰ দেৰৰ ।
প্রকৃতি স্রজন তিনিগুণ শ্রেষ্ঠতৰ ॥ ৫০৯

শঙ্কৰেসে ধৰে আনে নপাৰে ধৰিতে।
কালৰূপী পূজা খাই থাকয় তহিতে ॥
শঙ্কৰক পূজিলে তাহাৰ পূজা হয়।
অৰ্বুদ নিৰ্বুদ যুগ তহিতে আছয় ॥ ৫১০

যি বেলাত সদাশিৱ মোহিত ভৈলেক।
খাইবে নপায় শূলগোট শুষিল প্ৰত্যেক ॥
ব্ৰহ্মালোকে গৈয়া ব্ৰহ্মা সভাত আছিলা।
অনন্তৰে দুষ্ট দৈত্য ব্ৰহ্মাক চিন্তিলা ॥ ৫১১

ব্ৰহ্মাক আৰাধি যুজিলন্ত অত্ৰাৱতী।
বিৰিঞ্চি বোলয় মই নোহো অধিপতি ॥
পাচে বিধাতাৰ এহি শূলক খুজিলা।
শঙ্কৰৰ শূল বুলি তেহেন্তে কহিলা ॥ ৫১২

পূজা নাখাই আসিছে মোহোৰ থানক।
তই অল্পমতি লইবি কেনমতে আক ॥
শঙ্কৰত বাজে আৰো ধৰিতে নাপাৰে।
মহা প্ৰলয়ত আক ধৰে দেৱ হৰে ॥ ৫১৩

কাকূতি মিনতি কৰি অসুৰে বোলয়।
মোক এহি মহাশূল দিয়ো কৃপাময় ॥
আৰো আক ধৰিবাক দিয়োক শকতি।
এহিখানি বৰ মোক দিয়ো প্ৰজাপতি ॥ ৫১৪

এৰিতে নপাৰি ব্ৰহ্মা শূলে বৰ দিল।
চৌৰাশী হাজাৰ যুগ পাতালে আছিল ॥



বছৰত একবাৰ তাহাক পূজয়।
দেৱতা মনুষ্য হস্তী দৈত্য মৃগচয় ॥ ৫১৫
এতেক প্ৰকাৰে তাক পূজে বলি কৰি।
কষটি শিলাৰ গৃহে ৰাখিছে সাদৰি ॥
পূৰ্বে ব্ৰহ্মা ছিদ্ৰ ৰাখি বুলিলা নিশ্চয়।
যি কালত আহি শূলে আচণ্ডি কৰয় ॥ ৫১৬

মনুষ্যে মাৰিবে তেৱে সৈন্যগণ যত।
তোহোৰ হৈবন্ত মৃত্যু তাহাৰ হাতত ॥
বৈশম্পায়ন বোলে পৰীক্ষিতৰ তনয়।
ব্ৰহ্মাৰ বচন সব মিলিল নিশ্চয় ॥ ৫১৭

দন্তৰ তনয় পাচে আৰ বল দিল।
শৰদ কৰিয়া শূল মাজতে উঠিল ॥
তাহাক হাতত ধৰি যানত চড়িল।
প্ৰহাৰেক মানে জানা ধৰণী লৰিল ॥ ৫১৮

গমনে হোৱয় পচিশ মাসৰ যে পথ।
দানৱৰ পৰাক্ৰম কি কৈবো মহত ॥
অৰ্জুনে বোলন্ত নাহি দন্তৰ তনয়।
বলে কাটি গাণ্ডি মুণ্ড পলাল নিশ্চয় ॥ ৫১৯

দূৰক নিৰেখি দৈত্য সৈন্যৰ মাজত।
নেদেখিয়া কিছো চক লাগিল মনত ॥
দানৱ মায়াবী সিটো কোন মায়াকৰে।
ইহাক জানয় মাত্ৰ সদাশিৱ হৰে ॥ ৫২০

এহিমানে দণ্ড চাবি মানে বিতর্কিলা।
পাচে বিণি বিণি মাত্র তাহাক দেখিলা ॥
প্ৰলয়ৰ মেঘ যেন সিংহ বাহনত।
বিধূম অগনি যেন শূলৰ মহত্ব ॥ ৫২১

দানৱৰ সেনাধিক আছে নিৰন্তৰ।
চাহন নযায় তাৰ ৰশ্মি ভয়ঙ্কৰ ॥
বাহন সহিতে যেন বহ্নি প্ৰলয়ৰ।
লাগিল চমক সবে দৈত্য কটকৰ ॥ ৫২২

অর্জুনৰ সমীপ চাপিল বৃকোদৰ।
কম্পিল শৰীৰ ভয় ভৈলা গুৰুতৰ ॥
বোলে বাপ আমাসাৰ মিলিল মৰণ।
আছোক যুজিবো দেখি নৰহে জীৱন ॥ ৫২৩

কিবা অস্ত্ৰ কিবা শস্ত্ৰ কিবা শূলধৰ।
হেনমতে নাহি দেখো ব্ৰহ্ম ৰুদ্ৰ শৰ ॥
ধনঞ্জয় বোলে দদা নাহিকে ৰক্ষণ।
প্ৰলয় অন্তক ইটো ত্ৰিশূল প্ৰধান ॥ ৫২৪

এক ত্ৰিনয়ন দেৱ শঙ্কৰত পৰে।
চৈধ্যয় ভুৱনে আজি কোনে ৰক্ষা কৰে ॥
আমি কৈত লাগো দুইজনে গুনে মন।
ইন্দ্ৰ আদি দেৱতাৰ মিলয় মৰণ ॥ ৫২৫

তথাপিতো যেহি হৌক ধৰো ধনুশৰ।
এহি কহি ব্ৰহ্ম-শৰ লৈলা বীৰবৰ ॥



গদাগোট নমি বীৰে ধৈৰ্য্যভাৱ ধৰি।
ৰাম কৃষ্ণ নাম স্মুৰন্ত শ্ৰদ্ধা কৰি ॥ ৫২৬

তাত পাচে দৈত্যগোট সমীপ চাপিল।
দণ্ড চাবিমানে সিটো অন্তৰে ৰহিল ॥
আকাশ লঙ্ঘিয়া মহাসিংহ গোটি তাৰ।
শূল ধৰি প্ৰকাশ কৰয় দুৰাচাৰ ॥ ৫২৭

বাঢ়িবে লাগিলা শূল বহলে দীঘলে।
নসহয় সিংহে জাম্প দিলা মহীতলে ॥
কম্পয় বিতল পুৰ তাহাৰ সন্ধানে।
বায়ু লাগি সমুদ্ৰত নৌকা ঘূৰে যেনে ॥ ৫২৮

নিষ্কম্প অনন্ত ফণা হালি হালি যায়।
দিগ্‌গজ সকলে শ্ৰমে ফোঙ্কাৰি চেঞ্চায় ॥
চৈধ্যয় ভুৱন কম্পে থৰ থৰি কৰি।
ব্ৰহ্মভুৱনত সবলোক গৈলা ভৰি ॥ ৫২৯

উফড়িবে লৈলা সাত সাগৰৰ জল।
চমক লাগিল যত পৰ্বত সকল ॥
চন্দ্ৰ স্থৰ্য্য বায়ু বহ্নি দশদিগপাল।
নজানয় কেনে হেন মিলিল ঘণ্ডাল ॥ ৫৩০

বিৰিঞ্চিৰ মনে আৰু মিলিল সংশয়।
অকালত কেনে হেন ঘটিল প্ৰলয় ॥
বিতল পুৰত লোক আছিলেক যত।
যান সমে ঘূৰি ঘূৰি পৰিলা ভূমিত ॥ ৫৩১

সি থানত বিনা পাণ্ডৱৰ দুই ভাই ।
তান্তবিনে কাহাৰো চেতন জ্ঞান নাই ॥
বৰ বৰ প্ৰমথ আছয় যত যত ।
পাক ফুৰি পৰি ৰৈলা হুয়া অশকত ॥ ৫৩২

হৰৰ পুৰীত বৰ খলক লাগিলা ।
সঙ্কেত বচনে পাচে পাৰ্বতী বুলিলা ॥
বদতি পাৰ্বতী দেৱ হেৰা পশুপতি ।
কিবা হেতু জগতৰ মিলিছে বিপত্তি ॥ ৫৩৩

অকালত কিবা হেতু মিলিল প্ৰলয় ।
কহিয়ো ত্ৰিশূল ধাৰী ইহাৰ নিৰ্ণয় ॥
হেন শুনি মাতিলন্ত দেৱ পশুপতি ।
দেৱৰ অন্যায়ে হয় লোকৰ বিপত্তি ॥ ৫৩৪

পূৰ্বে মহামায়া মোক শূল প্ৰীতি দিলা ।
প্ৰলয় অন্তক শূল প্ৰবন্ধে স্ৰজিলা ॥
পূৰ্বকালে সিটো শূল মোহোৰ থানত ।
আসিলা ব্ৰহ্মাৰ স্থানে মোৰ অপায়ত ॥ ৫৩৫

তাক প্ৰজাপতি দুষ্ট দৈত্যক দিলেক ।
আপুনি বিৰিঞ্চি হুয়া লোক নাশিলেক ॥
সৰ্বকালে বিধাতাত হন্তে অমঙ্গল ।
দেৱ মনুষ্যত সবে লগাৱে ঘঞ্চাল ॥ ৫৩৬
হেন মহাকাল শূল দৈত্যক দিৰয় ।
আৰে মহা ব্ৰহ্ম-সৃষ্টি সব নষ্ট হয় ॥



মই নাৰাখিলে আক কোনে ৰক্ষা কৰে ।
এহি বুলি বৃষভৰ নামিলন্ত হৰে ॥ ৫৩৭
বাঘছাল টান কৰি কটিত বান্ধিলা ।
উৰ্দ্ধত বান্ধিলা জটা এৰি মুণ্ডমালা ॥
সৰ্প অলঙ্কাৰ তেজি অন্তৰায় থৈলা ।
দেখি মহামায়া আতিশয় ভয় ভৈলা ॥ ৫৩৮

বাঢ়িবে লাগিলা শঙ্কৰৰ কলেৱৰ ।
উৰ্দ্ধে আকাশত গৈয়া লাগিলেক শিৰ ॥
মেৰু মন্দাৰত কৰি শৰীৰ বাঢ়য় ।
যোগমায়া তনু যিটো হৰ কৃপাময় ॥ ৫৩৯

বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
আশ্চৰ্য্য মহিমা সেহি শূল-মহেশৰ ॥
যেৱে শূল দানৱে হাতত তুলি লৈলা ।
বাঢ়ি যায় সিটো শূল ভয়ানক ভৈলা ॥ ৫৪০

ৰাখিবে নপাৰে সিটো দৈত্য দুৰাচাৰে ।
লাগিল জমক তাক চাহিবে নপাৰে ॥
যোগমায়া শূল তাৰ মহিমা আছয় ।
এক ত্ৰিভুৱন বিনা অন্যে নজানয় ॥ ৫৪১

মহি ভিয় হুয়া আগ পাচ নচাহিলা ।
যিমান শকতি বলে শূল প্ৰহাৰিল ॥
ভীম-ধনঞ্জয় দুই চাহিয়া আছিল ।
ধ্বনি লাগি দুয়ো বীৰ উফৰি পৰিল ॥ ৫৪২

শূলধৰ আছে দেখি দেৱ ত্রিপুৰাৰি ।
ছাব দিয়া ধৰিলেক ওঁকাৰ সুমৰি ॥
গৰুড়ৰ হাতে যেন বন্দী ভৈল সর্প ।
মহেশৰ হাতত গৈলন্ত তাৰ দর্প ॥ ৫৪৩
তাহাক ধৰিয়া পাচে দেৱ ত্রিপুৰাৰি ।
মহাৰঙ্গে নচুৱান্ত উর্দ্ধবাহু কৰি ॥
মণিমন্ত মহাবীৰ বৃষভ আনিল ।
লাম্ফ দিয়া ত্রিনয়নে তাহাতে চৰিল ॥ ৫৪৪
চৈধ্যয় ভুৱনে আজি মিলিল প্রলয় ।
বৃষভ বাহনে শূল থৈলা কৃপাময় ॥
পার্বতী বোলন্ত প্রভু ভৈল বিপর্য্যয় ।
সমস্ত লোকৰ আজি খণ্ডিল অপায় ॥ ৫৪৫
তুমি নাৰাখিলে হন্তে দেৱ পশুপতি ।
কতেক বর্ণাইবো আৰো লোকৰ বিপত্তি ॥
হেন বাণী বোলে শুনা মহেশ গোসাই ।
আদিত্য দানৱ সৃষ্টি কৰিবে লাগয় ॥ ৫৪৬
পূজা খাইবে পাইলে ব্রহ্মা প্রজাপতি ।
বৰ দিয়া থাকে চিন্তে লোকৰ বিপত্তি ॥

## [ ভীম-ধনঞ্জয়ৰ হৰ-গৌৰী স্তুতি ]

এহি কহি গৌৰী মাৱ মৌন হুয়া ৰৈলা ।
শুনা জন্মেজয় পাচে যেন কথা ভৈলা ॥ ৫৪৭



অনন্তৰে ভীম ধনঞ্জয় দুই বীৰ ।
আনন্দিত মনে গৈলা আগক শিৱৰ ॥
আজি দৈত্য যমলোকে পঠাবো নিশ্চয় ।
তোমাৰ চৰণে যদি ভকতি আছয় ॥ ৫৪৮
এতেকেসে আমাৰ ৰহিল নিজ দেহ ।
আমাৰ ভাগ্যৰ কিবা কহিবো সন্দেহ ॥
মহাযত্ন কৰি গৃহে প্রতিমা নির্মিয়া ।
অনেক প্রকাৰে পূজে কায়কাষ্ঠা হুয়া ॥ ৫৪৯
তথাপিতো বাক্য মনে নুহিকে গোচৰ ।
হেন দেৱ দেৱীৰ যে লভিলো ওচৰ ॥
যাত হন্তে গৈল মহাপ্রলয় বিকল ।
ব্রহ্মা আদি দেৱ নাশ হোৱয় সকল ॥ ৫৫০
যাহাৰ কৃপাত মহা দেৱগণ যত ।
কৰে সুখ ভোগ প্রজা পালন্ত সমস্ত ॥
হেন মহেশ্বৰ শঙ্কৰক দেখি আমি ।
কালমূর্তি শিৱ যিটো জগতৰ স্বামী ॥ ৫৫১
আন আন স্তুতি নতি কৰিলো মিনতি ।
দুয়ো কৰিলন্ত হৰ-গৌৰীক প্রণতি ॥

## [ হৰৰ উপদেশ ]

বিশ্বৰূপ সম্বৰিয়া দেৱ ত্রিনয়ন ।
অর্জুন ভীমক চাই বুলিলা বচন ॥ ৫৫২

শুনা দুই ভাই কথা কহো সাৰতৰ ।
আৰাধি বাঢ়য় বল দৈত্য দানৱৰ ॥
চৈধ্যয় ভুৱন আক্ৰমিলা দুৰাচাৰ ।
এহি হেতু ইহাৰ চিন্তিবে লাগে মাৰ ॥ ৫৫৩
অল্প আয়ু অল্প বল হৈবে লোক যত ।
এক দৈত্যে কৰিবেক জগতক হত ॥
সেহিসে কাৰণে মই বুলিলো নিশ্চয় ।
অদানৱ লোক সব কৰিতে লাগয় ॥ ৫৫৪
পাশুপত্ৰ শৰ হানি কৰিয়ো নিৰ্মুল ।
নথৈবাহা বাকী দৈত্য-দানৱৰ কুল ॥
সকল জগত দেখা ব্যাধিয়া চলয় ।
অনৌষধি ব্যাধি যেন লোকক পীড়য় ॥ ৫৫৫
হেন জানি ধনঞ্জয় শীঘ্ৰ গতি কৰ ।
দেখা জন্মেজয় কেনে দয়া ঈশ্বৰৰ ॥
ঈশ্বৰ হৈবাৰ ফল এহিসে হোৱায় ।
ভূত প্ৰাণী সমস্তকে ৰাখিবে লাগয় ॥ ৫৫৬

## [ হৰ-পাৰ্বতীৰ বৰ লৈ ভীম অৰ্জুনৰ দন্ত-পুত্ৰৰ লগত পুনৰ ৰণ ]

হেন বাক্য শুনি ভীম ধনঞ্জয় দুই ।
গৌৰী শঙ্কৰক নমিলন্ত পছুদ ই ॥



আশীষ কৰিল পাচে দুহান্তোকচাই ।
অনায়াসে বনজয় হুয়ো দুই ভাই ॥ ৫৫৭
মহাবঙ্গে লোকৰ বিপদ এৰায়োক ।
তোমাসাত হন্তে সব দৈত্যনাশ হৌক ॥
এহি বুলি দুহান্তক আশীষ কৰিলা ।
অষ্টগুণে তেজ ষোল গুণে বল ভৈলা ॥ ৫৫৮
মহাবীৰ ধনঞ্জয় গাণ্ডীৱ ধৰিলা ।
মাধৱৰ গদাক ভীমেয়ো তুলি লৈলা ॥
হৰৰ কৃপাত দুয়ো আক্ৰমিলা ভাল ।
দেখিতে সাক্ষাত যেন দুই গোটা কাল ॥ ৫৫৯
মনিমন্ত আদি কৰি প্ৰমথ অনেক ।
দুহান্তৰ লগে চলি গৈলেক প্ৰত্যেক ॥
এক এক প্ৰমথ পৰ্বত সমসৰ ।
দান্ত মেলি গিলিবাক পাৰে দিবাকৰ ॥ ৫৬০
দুহান্তৰ লগে সবে চানিয়া চলয় ।
কতোদূৰ আগ হুয়া শঙ্কৰ গোসাই ॥
অৰ্জুন ভীমক চাই দানৱসকলে ।
জিকাৰি উঠিলা সবে শৰীৰৰ বলে ॥ ৫৬১
যি বেলাত ধনঞ্জয় শৰ প্ৰহাৰিলা ।
শূলৰ প্ৰহাৰ ছোটে কাকো নেদেখিলা ॥
কিকাৰণে শূলৰৰ উলটি নাসিল ।
অৰশ্যে জানিলো দুয়ো মানুষ মৰিল ॥ ৫৬২

স্নান কৰি পুনু কিবা আসিবে ঘুৰাই ।
কিবা ৰহিলন্ত সিটো আপোনাৰ ঠাই ॥
যাৰ ধন লৈলে তাক নজানে বৰ্ব্বৰ ।
পৰৰ ধনত মহতালি কৰে বৰ ॥ ৫৬৩
তাক কিছো নজানিলো দৈত্য দুষ্টশীল ।
আপোনাৰ শূল হৰে চিনিয়া ধৰিল ॥
মুনিয়ে বোলন্ত ৰাজা শুনা জন্মেজয় ।
শূল হানি সচকিত দন্তৰ তনয় ॥ ৫৬৪
বাহনে চৰিলা গৈয়া মহাৰঙ্গ মনে ।
অৰ্জুন ভীমক তৈতে পাই দৰিশনে ॥
মনত বোলন্ত বৰ অকাৰ্য্য মিলিল ।
শূলৰ আগত দুই মনুষ্য ৰহিল ॥ ৫৬৫
অতেক পুৰুষ আমি পূজা কৰো আৰ ।
মিছা শূলগোট তাৰ নাহিকন্ত ধাৰ ॥
কোনবা দেৱতা পূজা মায়া কৰি খাই ।
ভণ্ডামী কৰিয়া সিটো আসিলা ইঠাই ॥ ৫৬৬
আৰে জানো গৈলা সিটো আপোনাৰ থান ।
মনুষ্যক মাৰিয়া তাহাৰ লৈবো প্ৰাণ ॥
এহি বুলি শৰ ধনু ধৰি দৈত্যগোট ।
দুহান্তোক শৰ প্ৰহাৰিলা বৰ ছোট ॥ ৫৬৭
মহাবেগ কৰি ভীমে গদাগোট ধৰি ।
দৈত্যৰ মাজত পশিলেক ক্ৰোধ কৰি ॥



বৰ বৰ দৈত্য বীৰে কোবাই মাৰয় ।
যেন মহাবৃক্ষসব বতাসে ভাঙ্গয় ॥ ৫৬৮
দন্তৰ তনয় খেদ কৰয় অপাৰ ।
মনুষ্যক মাৰিয়া কৰিবো প্ৰতিকাৰ ॥
শুনা সভাসদ সবে এৰি আন কাম ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৫৬৯

## [ অৰ্জুনৰ হাতত দৈত্য-দানৱ সৈন্যৰ নাশ ]

### ঝুমুৰী

জয়মুনি কহে তথা ।
ভৈল যেন শুনা কথা ॥
ধনঞ্জয় বীৰবৰ ।
চাহিলন্ত নিৰন্তৰ ॥ ৫৭০
দৈত্য সৈন্য ভয়ঙ্কৰ ।
পন্থ সপ্ত দিৱসৰ ॥
মাৰো পাশুপত্ৰ শৰ ।
ক্ষয় কৰো নিৰন্তৰ ॥ ৫৭১
এহি বুলি মহাবলী ।
হাসিলন্ত খল খলি ॥
ইষ্টদেৱ শঙ্কৰক ।
কৰিলন্ত প্ৰণামক ॥ ৫৭২

পাশুপত্ৰ শৰ আনি ।
যুবিলন্ত মহামানী ।।
যেখনে গুণত লৈল ।
শালবৃক্ষ সম ভৈল ।। ৫৭৩
মন্ত্ৰ আভষেক কৈলা ।
শৰ মাৰিবাক লৈলা ।।
সিংহ বাঘ গজ শৰ ।
বজাইলা খৰতৰ ।। ৫৭৪
লক্ষে লক্ষে জাকে জাকে ।
গছকি মাৰয় তাকে ।।
ৰাক্ষশ পিশাচ বৰ ।
বজাৰয় নিৰন্তৰ ।। ৫৭৫
দৈত্য দানৱক পায় ।
গোটে গোটে ধৰিখায় ।।
কতো খাণ্ডা ধৰি কাটি ।
মুণ্ড হাড় ভক্ষে আতি ।। ৫৭৬
পায়া মাত্ৰ সেহি কালে ।
যান সম কতো গিলে ।।
সিংহ বাঘ ঘোঙ্গে পায় ।
ধৰিয়া খেদিয়া খায় ।। ৫৭৭
পাশুপত্ৰ শৰ যেৰে ।
অৰ্জুনে যুবিলা তেৰে ।।



চৈধ্যয় লোকত যত ।
লোক মানে শ্ৰুতিহত ।। ৫৭৮
ফণিধৰ অনন্তৰ ।
ফণামণি নিৰন্তৰ ।।
দিগ্ গজ যতেক আছে ।
জানু পাৰি বৈলা পাছে ।। ৫৭৯
যিটো শৰে মহেশ্বৰে ।
জগত প্ৰলয় কৰে ।।
কোন বস্তু দানৱৰ ।
সেনাপতি অল্পতৰ ।। ৫৮০
ক্ষনেকতে নাশকৈল ।
অদৈত্য দানৱ ভৈল ।।
কিছো বাকী নৰৈলেক ।
সবে চূৰ্ণ কৰিলেক ।। ৫৮১
সাগৰত স্নান কৰি ।
পুনৰ স্বদেহ ধৰি ।।
হৃষ্ট পুষ্ট কলেৱৰ ।
খায়া পিয়া নিৰন্তৰ ।। ৫৮২
অৰ্জুনৰ তূণে বৈলা ।
জগত নিৰ্মুল ভৈলা ।।
শুনা শুদ্ধ বুধজন ।
পুণ্যকথা বিতোপন ।। ৫৮৩

ঝুমুৰী ভাৰতচন্দ্রে ।
বিৰচিলা পদবন্ধে ॥
আক যিটো শুনে গাৱে ।
পৰম মুকুতি পাৱে ॥ ৫৮৪

ইহলোকে ধন জনে ।
নেৰিবেক সৰ্বক্ষনে ॥
তেজি আন যত কাম ।
ডাকি বোলো ৰাম ৰাম ॥ ৫৮৫

[ হৰ-পাৰ্বতীৰ আনন্দ আৰু হেমাক অৰ্জুনত অৰ্পন কৰিবলৈ প্ৰস্তাৱ ]

### ছুলড়ী

মুনিয়ে বোলন্ত শুনিয়োক ৰাজা
তাত পাচে যেন ভৈলা ।
শূন্য থান খান এৰি দুয়ো বীৰে
হৰৰ পাশক গৈলা ॥
বৃষভত চৰি পাৰ্বতী সহিতে
আছে দেৱ ত্রিনয়ন ।
ধনঞ্জয় বীৰ ভীমক চাহিয়া
হাসিয়া বোলে বচন ॥ ৫৮৬



ধন্য ধন্য তুই কুন্তীসুত বীৰ
লোকৰ হিত কাৰণ ।
দেৱ গন্ধৰ্বৰ মনুষ্য লোকৰ
গুচাইলা দুখমান ॥
যেৱে মেদিনীত ৰহিলা কীৰিতি
মহাভৰে দূৰ গৈলা ।
আজি ধৰি সব দুৰ্গতি খণ্ডিল
পৰম সুখ যে ভৈলা ॥ ৫৮৭
এহিসে কাৰণে হেমা কন্যা হাতে
তোমাসাক অনাইলো ।
ৰাজাৰ কুমাৰী অৰ্জুন বীৰক
হেমা যে কন্যাক দিলো ॥

[ ভীম-ধনঞ্জয়ৰ স্তুতি ]

এহি কহিপাচে জগতৰ গুৰু
শঙ্কৰ-পাৰ্বতী আছে ।
ভীম ধনঞ্জয় সহীপ চাপিয়া
স্তুতি কৰিলন্ত পাচে ॥ ৫৮৮
নমো ত্রিনয়ন শশি-বিভূষণ
কালমূৰ্তি শূলপাণি ।
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱতাসকলে
কটাক্ষ কৰে নজানি ॥

মহা মহা ৰাজা সকলে যাহাক
প্ৰৱন্ধে পূজা কৰয় ।
তযু অনুলেশ কৃপা পায়া মাত্ৰে
সুখতে ৰাজ্য পালয় ॥ ৫৮৯

তযু অল্প ক্ৰোধে কটাক্ষ মাত্ৰকে
ৰাজ্যশ্ৰী নষ্ট হোৱয় ।
আউৰ প্ৰৱন্ধে যদিবা আৰাধে
তাহাক পুনৰ পাই ॥
প্ৰাণ পৰিশ্ৰমে আপোন ভক্তক
ৰাখা তুমি ত্ৰিপুৰাৰি ।
মনুষ্য শৰীৰে হেনয় প্ৰভুক
দেখো আমি নেত্ৰভৰি ॥ ৫৯০

স্থূল সূক্ষ্মৰূপে মূৰ্তি মহাদেৱ
এহি কৃপা কৰিয়োক ।
তোমাৰ প্ৰসাদে কৃষ্ণৰ চৰণে
অচলা ভক্তি ৰহোক ॥
আৰ যিটো প্ৰভু হেমা কুমাৰীক
মোক দিয়া ভাৰ্য্যা কৰি ।
কাৰ বা কুঁৱৰী কাৰ বা বহাৰী
কাৰ বা হুয়াছে নাৰী ॥ ৫৯১

হেন অজানিত সুন্দৰী ৰমণী
কিসোক দিয়া আমাক ।



হেন অযুগুত লোক গৰহিত
বোলা কেনে প্ৰভু বাক ॥
সামান্য প্ৰাণীৰ ইটো যোগ্য নহে
ইহ পৰলোক পাপ ।
আমি ৰাজকুলে হুয়া আছো জাত
নৰৰ ঈশ্বৰ বাপ ॥ ৫৯২

উত্তম জনক অল্প প্ৰাণী সবে
গঞ্জনা যদি কৰিব ।
লোক সকলৰ ইটো সব দোষে
নৰকে জানো পৰিব ॥

## [ অৰ্জুনে হেমাক গ্ৰহণ কৰিবলৈ আপত্তি কৰাত শিৱৰ প্ৰবোধ বাক্য ]

হেন শুনি পাচে শঙ্কৰে বোলয়
ইহাৰ কহো কাৰণ ।
যি বুলিলা তুমি পৰনাৰী ছুৱা
কহো শুনা বিৱৰণ ॥ ৫৯৩

যিটো নাৰীসব পতিব্ৰতা হয়
তাহাৰ আছে বিচাৰ ।
পতিব্ৰতা নাৰী ছুৱা নুহিকয়
বিহা পায় তিনিবাৰ ॥

আৰো এক নাৰী বিহা কৰি এৰে
আৰো স্বামী বিহা কৰে।
তথাপিতো তাক সুনাৰী বোলয়
জানা ইটো সাৰে সাৰে ॥ ৫৯৪
এহি কথা পূৰ্বে গৌৰীৰ আগত
কহিছো মই নিশ্চয়।
মহা প্ৰকৃতিৰ কাৰণত হন্তে
স্ত্ৰীক ৰত্ন বুলি কয় ॥
ইহাৰ কাৰণ বহুত আছয়
কহিছো মুনিসবত।
ইটো দোষ বাপু তোমাৰ নাহিকে
কহিলো মই সমস্ত ॥ ৫৯৫
বিশেষত হেমা ৰাজাৰ কুমাৰী
কেহো বিহা কৰা নাই।
মোহোৰ বচনে দেৱৰ আদেশে
দৃঢ় কৰি ধৰা যায় ॥

## [ হৰৰ বাক্যত অৰ্জুনৰ হেমাক গ্ৰহণ ]

হৰৰ বচন শুনিয়া নিশ্চয়
কুন্তীসুত মহাবলী।
হেমা কুমাৰীক গ্ৰহণ কৰিয়া
চাহিলন্ত মুণ্ড তুলি ॥ ৫৯৬



তুমি জগতৰ গুৰু মহেশ্বৰ
চৈধ্যয় ভুৱনে সাৰ।
ত্ৰিভুৱনে যত ৰাজাগণ আছে
তুমিসে শ্ৰেষ্ঠ সবাৰ ॥
তোমাৰ আজ্ঞাৰ অপেক্ষায় থাকে
চক্ৰৱৰ্তী ৰাজাজাক।
তযু কটাক্ষতে বিনাশ হোৱয়
মনেয়ো নাজানে তাক ॥ ৫৯৭
এতেকেসে প্ৰভু তোমাৰ আজ্ঞাক
আমি পালিবাক লাগে।
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱতাসকলে
সেৱা কৰে অনুৰাগে ॥

## [ ত্ৰিনয়ৰ বৰদান আৰু উপদেশ ]

হেন শুনি পাচে দেব ত্ৰিনয়নে
বোলে দুহান্তক চাই।
আৰো বৰ যেহি খোজা তাকে দিবো
তোমাসাৰ দুই ভাই ॥ ৫৯৮
ই তিনি লোকত তুমি দুহান্তৰ
কিঞ্চিতো অসাধ্য নাই।
কৃষ্ণৰ চৰণে তোমাসাৰ ভক্তি
নুগুচোক সৰ্বদায় ॥

[ শঙ্কৰৰ আদেশত মায়াৰদ্বাৰা ভীম-ধনঞ্জয়ৰ
পৃথিৱীলৈ প্ৰত্যাগমন আৰু যুধিষ্ঠিৰৰ
আগত অদ্যোপান্ত কথা বৰ্ণন ]

মায়াক চাহিয়া শঙ্কৰে বোলয়
শুনিয়ো মোৰ বচন।
যি কালত ৰাজা হোৱে হস্তীনাত
পাণ্ডু পুত্ৰ পাঞ্চজন ॥ ৫৯৯
এহি হেমা কন্যা অৰ্জুন বীৰক
তুমি নিয়া যোগাইবাহা।
ভীম-অৰ্জুনক যুধিষ্ঠিৰ ৰাজা
আগতে গৈয়া দিবাহা ॥
এহি শুনি পাচে মায়া মহাবলী
বিমানে আনি তেখনে।
ভীম-ধনঞ্জয় প্ৰণামি হৰক
উঠিলা তৈত তেখনে ॥ ৬০০
মহাযোগময় বিমানত চৰি
কৰিলা গতি সত্বৰ।
ছয় পৰে যায় পৃথিৱী উঠিলা
পথ যে ছয় মাসৰ ॥



অনন্তৰে পাচে দেখিলন্ত গৈয়া
যুধিষ্ঠিৰ নৃপৰায়।
কৃষ্ণ কৃষ্ণ স্মৰি বসিয়া আছন্ত
ক্ষণে যুগ বহি যায় ॥ ৬০১
হেন সময়ত মায়া মহাবীৰ
তাসম্বাক ভেন্টিলেক।
আদি অন্ত যত শিৱৰ বচন
নৃপতিক কহিলেক ॥
সাধু সাধু ৰাজা পাণ্ডুৰ তনয়
বৈষ্ণৱৰ সাৰোতৰ।
প্ৰাণ পৰিশ্ৰমে লোকক ৰক্ষয়
কাৰ্য্য এহি মনুষ্যৰ ॥ ৬০২
দেৱৰ আদেশে তোমাসাৰ দুই
ভ্ৰাতৃক আনিলো যায়।
মহাভাৰ দূৰ কৰিবাক অৰ্থে
আনিলো হেমা পঠায় ॥
অনন্তৰে পাচে মায়া মহাযশ
দেৱৰ শুনি আদেশ।
শীঘ্ৰ গতি কৰি আপুন থানত
ভৈল যায় পৰবেশ ॥ ৬০৩

মুনিয়ে বোলন্ত শুনা জন্মেজয়
ৰাজা জিষ্ণু বায়ু-সুত।
যুধিষ্ঠিৰ ৰায় ভ্ৰাতৃক দেখিয়া
আনন্দ ভৈল বহুত॥

## [ বৃকোদৰ আৰু যুধিষ্ঠিৰৰ কথোপকথন ]

### ছবি

তিনি পক্ষ সিটো ঠাই আছিলা কিমতে যায়
সব কথা কহা মোত ফিৰি।
তোহোক নপাই আমি যতেক পাইলো দুখ
সবেয়ো গুচিল আজি ধৰি॥ ৬০৪
হেন শুনি বৃকোদৰ সব কথা কহিলেক
হেমা কন্যা কিমতে পাইলেক।
অশ্বকৰ্ণ ৰাক্ষসক যেনমতে বধিলেক
মহা গদা তৈতে লভিলেক॥
দম্ভ সঙ্গে যেহিমতে অসংখ্য কটক সাজি
মোক অৰ্জুনক যুদ্ধ দিলা।
তাহাৰ সৈন্যৰ কোনে লেখ জোখ কৰিবেক
দুইবাৰে অৰ্জুনে কাটিলা॥ ৬০৫



সিটো পাপী দুৰাচাৰ পাতালত পশি গৈয়া
মহাশূল গোটক আনিলা।
বৰ পৰাক্ৰমে সিটো শূলগোট প্ৰহাৰিলা
নিজৰূপ শঙ্কৰে ধৰিলা॥
মহেশ্বৰ ঘোৰৰূপ শূলৰ প্ৰচণ্ড ভাৰে
দেখি দুহান্তৰ মহাভয়।
আমি দুই ভাই পাচে দেখিয়া বিস্ময় ভৈলো
জানো ঘোৰ মিলিল প্ৰলয়॥ ৬০৬
জগতৰ মহাভয় জানিলন্ত ত্ৰিনয়নে
অনুৰূপে মনত গুনিলা।
বোলে ইটো দৈত্যচয় নিগুটি কৰিবে লাগে
তেৱে জানা সকলে ৰহিলা॥
পাচে অৰ্জুনক মাতি পাশুপত্ৰ শৰ হানি
দানৱক মাৰিবে বুলিলা।
মহাবীৰ ধনঞ্জয় সপ্তম দিনৰ পথ
যত দৈত্য সৈনাক মাৰিলা॥ ৬০৭
বিতল পুৰত মহা তমোময় উৎপাত
মহেশ্বৰ সাক্ষাত মিলিলা।
মহাভয় পায়া পাচে অন্যো অন্যে কথা কহে
কিনো মহা সঙ্কটে ৰাখিলা॥

হেন শুনি যুধিষ্ঠিৰ বোলে বাপু ইথানত
মহাঘোৰ প্ৰমাদ মিলিলা ।
ভৈলেক উলুকাপাত বন সব দহিলেক
মহা মহা পৰ্বত খসিলা ॥ ৬০৮

এহিমতে যত কথা কহিলা শুনিলা সবে
কুন্তীৰ তনয় মহামতি ।
ভাৰত-ভূষণ কবি বিৰচিলা পদ ছবি
এহিমানে ভৈলা সমাপতি ॥

শুনিয়োক সভাসদ অগাধ ভাৰত পদ
হংস-কাকী যামল মিশ্ৰিত ।
মহামুনি দ্বৈপায়ণে কৰি পৰম যতনে
নিৰন্ধ কৰিলা মনোনীত ॥ ৬০৯

হেন জানি বুদ্ধজন মোৰ দোষ ক্ষমা কৰি
শুনা আকতেজি আন কাম ।
পুৰোক পাপৰ দাম পুন্য হৌক অবিশ্ৰাম
ডাক ছাড়ি বোলা ৰাম ৰাম ॥ ৬১০

সমাপ্ত

## পৰিশিষ্ট

কঠিন শব্দ কিছুমানৰ অৰ্থ

অন্তৰায় = আঁতৰ কৰি

অপায়ত = বিনাশত, ক্ষতিত

অশ্বকৰ্ণ = শালবৃক্ষ, এই নামৰ অসুৰ

অষ্টধাতু = সোণ, ৰূপ, তাম, ৰাং, পিতল, লো, তীখা সীহ এই আঠবিধ ধাতু

আক = ইয়াক

আখি = চকু

আটাল, আতাল = ঘৰৰ চটিত বাহঁৰ গড় পাৰি সজা চাং

আদিত্য = অদিতিৰ পুত্ৰ অৰ্থাৎ সূৰ্য্য। অদিতিৰ গৰ্ভত কশ্যপৰ ঔৰষত বাৰজনা আদিত্যৰ জন্ম হয়। এওঁলোকেই হ'ল বিবস্বান, অৰ্যমা, পূষা, ত্বষ্টা, সৱিতা, ভগ, ধাতা, বিধাতা, বৰুণ, মিত্ৰ, শক্ৰ, উৰুক্ৰম। কালিকা পুৰাণত বিধাতাৰ নাম নাই, তাৰ ঠাইত সোম নাম পোৱা যায়। ঋক্‌বেদত মিত্ৰ, অৰ্যমা, ভগ, বৰুণ, দক্ষ আৰু অংশু এই ছয় আদিত্যৰহে উল্লেখ আছে। পুৰাণত আকৌ এইদৰে পোৱা যায়—সংজ্ঞাই গিৰিয়েক আদিত্যৰ তেজ সহ্য কৰিব নোৱাৰি পিতাক বিশ্বকৰ্মাৰ কাষ চাপে। বিশ্বকৰ্মাই আদিত্যক বাৰ ভাগত বিভক্ত কৰে। সিয়েই বাৰ মাহত একোবাৰকৈ উদিত হয়। বহাগত তপন, জেঠত ইন্দ্ৰ, আহাৰত ৰবি, শাওনত গভস্তি, ভাদত যম, আহিনত হিৰণ্যৰেতা, কাতিত দিবাকৰ, আঘোনত চিত্ৰ, পুহত বিষ্ণু, মাঘত অৰুণ, ফাগুনত সূৰ্য্য আৰু চ'তত বেদজ্ঞ।

আৰকত = আৰক্ত, তেজবৰনীয়া

আলাগতে = আলাসতে, ওপৰতে

আসম্বাৰ = এওঁৰ, এইজনৰ

উলিজুলি = হুলস্থুল, গন্দগোল

উশীনৰ = শিবি বংশীয় ৰজা। নানা যাগ-যজ্ঞ কৰি ইন্দ্ৰৰ ওচৰত এওঁ শ্ৰেষ্ঠত্ব লাভ কৰিছিল। শেন ৰূপী ইন্দ্ৰ আৰু কপৌ ৰূপী অগ্নিয়ে এওঁৰ ধৰ্মবল পৰীক্ষা কৰি সন্তুষ্ট হৈ জগতত তেওঁৰ অক্ষয় কীৰ্তি থাকিব বুলি আশীৰ্বাদ দিছিল।

কপট ( সম্ভৱতঃ কপাট ) = দুৱাৰ

কাউবাউ = কাকুতি মিনতি

কুন্তী = শ্ৰীকৃষ্ণৰ পিতৃ বাসুদেৱৰ ভনী, আচল নাম পৃথা। কুন্তীভোজৰ পালিতা কন্যা—সেয়ে কুন্তী। মহৰ্ষি দুৰ্বাসা পৰিচৰ্য্যাত সন্তুষ্ট হৈ এওঁক এটা মন্ত্ৰ শিকাই দিছিল। সেই মন্ত্ৰৰ বলত কুন্তীয়ে ধৰ্ম, বায়ু আৰু ইন্দ্ৰ দেৱতাক স্মৰণ কৰি তেওঁলোকৰ প্ৰসাদত পুত্ৰ লাভ কৰিছিল। কিমিন্দম মুনিৰ অভিশাপৰ বাবে কুন্তীৰ স্বামী পাণ্ডু সন্তান-উৎপাদনত অক্ষম হৈ পৰিছিল। সেইবাবে তেওঁ কুন্তীক এইদৰে পুত্ৰ লাভ কৰিবলৈ অনুমতি দিছিল। কুন্তী মহাভাৰতৰ এগৰাকী প্ৰতিভাশালী নাৰী

ঘঞ্চাল = জঞ্জাল, দুৰ্ঘটনা

ঘাৰ বিষে = আঘাতৰ বিষত

চৈধ্যয় ভুবন = সাতখন স্বৰ্গ আৰু সাতখন পাতালক একেলগে চৈধ্য ভুবন বুলি কোৱা হয়। ভূস্, ভুবস্, স্বৰ, মহস্, জন, তপস্ আৰু সত্য হ'ল সাতখন স্বৰ্গ ; তল, অতল, বিতল, ৰিতল, তলাতল, মহাতল আৰু সুতল হ'ল সাতখন পাতাল।

ছাৱাল = ল'ৰা

জন্মেজয় = পৰীক্ষিতৰ পুত্ৰ আৰু অভিমন্যুৰ নাতি। এওঁ কলিযুগৰ নিষিদ্ধ অশ্বমেধ যজ্ঞৰ আয়োজন কৰে আৰু যজ্ঞত তেওঁক সাপ কৰা অপৰাধত কোনো এজন ব্ৰাহ্মণ কুমাৰক তেওঁ বধ কৰে। পাছত সেই ব্ৰহ্মহত্যা পাপৰ পৰা মুক্তি লাভ কৰিবলৈ তেওঁ ব্যাসৰ প্ৰিয় শিস্য বৈশম্পায়নৰ ওচৰত মহাভাৰত শ্ৰৱন কৰে।

তাসম্বাৰ = তেওঁলোকৰ

তিনিয়ো লোকত = স্বৰ্গ-মৰ্ত্ত্য-পাতাল এই তিনি লোকত

তীখাল = তীক্ষ্ণ, জোঙাল

ত্ৰিনয়ন = মহাদেৱ। এওঁৰ কপালত তৃতীয় চকুৰ উদ্ভৱ হয়। এই চকুটো অগ্নিৰ দৰে জোতিষ্মান। মহাদেৱৰ লগত পাৰ্বতীৰ বিবাহৰ কামনা কৰি মদনে তেওঁৰ তপস্যা ভঙ্গ কৰিবলৈ চেষ্টা কৰিছিল আৰু তেতিয়া মহাদেৱৰ কপালত উদ্ভৱ হোৱা তৃতীয় নেত্ৰৰ প্ৰভাৱত কামদেৱ ভস্ম হৈছিল। অৱশ্যে তেওঁ পুনৰ্জীৱন লাভ কৰিলে। আন এটা কিম্বদন্তী মতে পাৰ্বতীয়ে মহাদেৱৰ দুয়োটা চকু ঢাকি ৰখাত জগত অন্ধকাৰ হৈ পৰে আৰু সেই অন্ধকাৰৰ পৰা পৃথিৱী ৰক্ষা কৰিবলৈ যাওঁতে মহাদেৱৰ কপালত তৃতীয় চকুৰ উদ্ভৱ হয়। তাৰ জ্যোতিত হিমালয় দগ্ধ হৈছিল। মহাদেৱৰ তৃতীয় চকুৰ জ্যোতিয়ে পৃথিবীত প্ৰলয়ৰ সূচনা কৰে বুলি কিংবদন্তী আছে।

ত্ৰিপুৰাৰি = ত্ৰিপুৰাসুৰক বিনাশ কৰা বাবে মহাদেৱক এই নামেৰে অভিহিত কৰা হয়।

দিকপাল = দহ দিশত থকা দেৱতা। পূবে ইন্দ্ৰ, পশ্চিমে বৰুণ, দক্ষিণে যম, উত্তৰে কুবেৰ, দক্ষিণ-পূবত অগ্নি, দক্ষিন-পশ্চিমত নিঋতি, উত্তৰ-পশ্চিমত বায়ু, উত্তৰ-পূবত ঈশান, উৰ্দ্ধ দিশত ব্ৰহ্মা আৰু অধঃ দিশত অনন্ত দেৱতাৰ স্থান নিৰ্দেশ কৰা হয়।

দ্বৈপায়ন = যমুনাৰ কোনো দ্বীপ অৰ্থাৎ চৰ বা মাজুলিত জন্ম গ্ৰহন কৰা বাবে ব্যাসক এই নামেৰে অভিহিত কৰা হয়।

ধাউ গেৰি = আৰ্তৰাৱ, প্ৰাণৰ ভয়ত চিঞঁৰা।

নমুচি = দৈত্যবীৰ শুম্ভৰ তৃতীয় পুত্ৰ। তেওঁ দেৱৰাজ ইন্দ্ৰৰ হাতত নিহত হয়।

নিৰুজ = নিৰোগী

নিৰেখি = নিৰীক্ষণ কৰা, দূৰলৈ চোৱা

নিলগে = আঁতৰাই যোৱা

পৰিঘা = প্ৰাচীন কালত যুদ্ধত ব্যৱহাৰ কৰা মুদ্গৰ বা গদাৰ নিচিনা এবিধ অস্ত্ৰ।

প্ৰমথ = শিৱৰ অনুচৰ

পাৰ্থ = পৃথা অৰ্থাৎ কুন্তীৰ পুত্ৰ। যুধিষ্ঠিৰ, ভীম, অৰ্জুন এই তিনিও জন পাৰ্থ নামৰ অধিকাৰী যদিও মধ্যম পাণ্ডৱ অৰ্জুনৰ ক্ষেত্ৰতহে এই নাম বিশেষভাৱে প্ৰযোজ্য।

বৰাহ-বিষ্ণু = বৰাহ ৰূপী বিষ্ণু। বিষ্ণুৰ দশ-অৱতাৰৰ তৃতীয় অৱতাৰ। পৃথিৱী জলমগ্ন হৈ মহাপ্ৰলয়ৰ সূচনা হোৱাত সৃষ্টি কৰ্তা ব্ৰহ্মাৰ নাকৰ বিন্ধাৰ পৰা বুঢ়া আঙুলিৰ সমান এটা বৰা অৰ্থাৎ গাহৰিৰ সৃষ্টি হয় আৰু সিয়েই প্ৰকাণ্ড হাতীৰ সমান হৈ পৃথিৱীক সেই প্ৰলয় জলৰপৰা উদ্ধাৰ কৰে।

বহাৰী = বোৱাৰী

বাসৱ = ইন্দ্ৰৰ আন এটা নাম

বিতল = সাত খলপীয়া পাতালৰ এখলপা; ইয়াত পাতালপুৰী অৰ্থত প্ৰয়োগ হৈছে।

বিৰিঞ্চি = ব্ৰহ্মা

বৈশম্পায়ন = দ্বৈপায়ন ব্যাসৰ প্ৰিয় শিষ্য। ব্যাসৰ পৰা এওঁ সংহিতা লাভ কৰে। কুৰু-পাণ্ডৱৰ চৰিত্ৰ শুনাই ব্ৰহ্মবধ পাপৰ পৰা জন্মেজয়ক উদ্ধাৰ কৰিবলৈ ব্যাসে তেওঁক মহাভাৰতৰ কথা কবলৈ আদেশ কৰিছিল। এওঁ মহৰ্ষি যাজ্ঞবল্ক্যৰ গুৰু।

ভেজিলা = পঠাই দিলা

মুনিসায় = পুৰুষালি

যৱঞ্জ = যঁজা

যাজ্ঞসেনী = দ্ৰুপদ ৰজা যজ্ঞসেনৰ কন্যা দ্ৰৌপদীৰে আন এটা নাম।

সৰিবৰি = প্ৰচুৰ, উভৈনদী

হয় = ঘোঁৰা